**Chinaki Prithwibi Achalate Achinaki** "the known earth is in just unknown to human beings" is written in simple Assamese expressing full ignorance of man about various kinds of creation in the universe. This book has challenged futile attempt of human being to devide the earth in to continents, countries, capitals, district, thana, anchal etc. This book had highlighted new outlook and new vision, in creation of universe particularly creation in the earth. Shri Tarun Sen Deka, Freedom fighter and Tamraptra holder, has written this book, and published by Shri Rabin Sen Deka. **Price Rs. 60/- (Sixty) only.**

---

লেখক ঃ

তৰুণসেন ডেকা

প্ৰকাশকঃ

ৰবীনসেন ডেকা

প্ৰথম প্ৰকাশ ঃ

জুলাই ২০০৫ ইং চন

মূল্য ঃ ৬০.০০ টকা

মুদ্ৰক ঃ

আৰ. ডি. প্ৰিন্টাৰ্চ

ধীৰেণপাৰা গুৱাহাটী-২৫

# মুখবন্ধ

কিতাপখনি লেখাৰ আৰম্ভ কৰিছিলো মোৰ ৮৫ বছৰ বয়স চলি থাকোতে ; কিন্তু লিখা শেষ হ'ল  ৮৬ বছৰ আৰম্ভনিতে। হাতৰ গতি খৰ নহয়, মাজে মাজে হাতৰ কম্পন হয়, লাহে লাহে লিখিবলগীয়া হৈছিল; আখৰ বিলাকৰ গঢ় আৰু জোতনিবোৰৰ পৰিৱৰ্ত্তন। দেখিলে মোৰ আগৰ আখৰ যেন নেলাগে, আখৰ বোৰ খুব সৰু, মই নিজেই ভালদৰে পঢ়িব নোৱাৰো। কিতাপখন কম্পোজ কৰোতে কম্পোজিতৰেও খুব অসুবিধা আৰু দিগদাৰী পাইছে, কম্পোজ কৰোতে বহুত দিন দেৰি হৈছে। লেখকৰ বাহিৰে অইনে প্ৰুফ চাব নোৱাৰিব বুলি কোৱাত, ময়েই একেৰাহে ১২/১৩ দিন কষ্ট কৰি ফ চাই দিলো। দৈনিক ৭/৮/৯ ঘণ্টামানকৈ প্ৰুফ চোৱা স্বত্বেও শব্দ গাঠনি আৰু বানান প্ৰকৰণত বহু ভূল ৰৈ গৈছে। তাৰ বাবে পাঠক সকলৰ ওচৰত ক্ষমা মাগিছো।

মোৰ সম বয়সৰ বহুত মানুহ অলৰ বুঢ়া হৈ গৈছে, চকুৰে নেদেখে, কাণেৰে নুশুনে, কিতাপ পঢ়িব নোৱাৰে। তেওঁলোকৰ পক্ষে এনেখন কিতাপৰ প্ৰুফ চোৱাটো সহজ সাধ্য নহয়। কিতাপৰখনিৰ প্ৰতি মোৰ দায়বদ্ধতা আছে বুলি বহুত কষ্ট কৰি প্ৰুফ চাবলগীয়া হ'ল।

মহাবিশ্বৰ গ্ৰহ, উপগ্ৰহ, নক্ষত্ৰ, ধূমকেতু আৰু অন্যান্য জ্যোতিষ্ক মণ্ডলিৰ সৃষ্টি কাহিনীৰ কথা আমি নেজানো। পৃথিৱীৰ জন্ম ৰহস্য আমাৰ জনা নাই। বিভিন্ন মানুহ, প্ৰাণী, গছ-গছনি, জীৱ-জন্তু, পোক-পৰুৱা, জীৱাণু-বীজাণু আদিৰ জন্ম ৰহস্য, জন্মৰ কথা, কিয় জন্মিল, এই বিলাক বিষয়ে কোনো মানুহৰ জ্ঞান নাই। মাটি, পাহাৰ, বৰফ, নদী, সাগৰ, জঙঘল বাদ দি  পৃথিৱীৰ ক্ষুদ্ৰ অংশ এটাত মানুহে বাস কৰে। অন্য প্ৰাণী, জীৱৰ তুলনাত মানুহৰ সংখ্যা তেনেই তাকৰ। এই ক্ষুদ্ৰ সংখ্যক মানুহেই পৃথিৱীখনক দেশ, মহাদেশ, জিলা, প্ৰদেশ, থানা, গাওঁ, অঞ্চলত বিভাজন কৰিছে। বিশ্বৰ কৌটি কৌটি প্ৰাণীয়ে

গছ-লতা, সাগৰে, স্বীকাৰ কৰা নাই বা মানা নাই কিম্বা পালন কৰা নাই। এনে বিভাজন অস্থায়ী, কিছু কালৰ ভিতৰত ইয়াৰ অৱসান হ'ব, জীৱ-জন্তু, উদ্ভিদ, পোক-পৰুৱাই সীমা উলঙঘা কৰি সকলো ঠাইলৈ গতি কৰে। মানুহ হিচাপে মানুহৰ গৰ্ব কৰিবৰ, অহংকাৰ কৰিবৰ একো নাই।

পৃথিৱীখনত গছ-লতা, তৰু-তৃণ, ফুল, ফল, চৰাই, চৃকটি, জীৱ-জন্তু কাৰো ওপৰত কোনো স্বত্ব নাই, কাৰো জন্ম বৃত্তান্তৰ বিষয়ে মানুহে নেজানে। পৃথিৱীৰ কোনো বস্তু ধ্বংস নহয়, বানপানী, শিলবৰষুণ, ধুমুহা, ভুঁইকপে মুখ্যতঃ ধ্বংস নকৰে, সৃষ্টি কৰে। ইবোৰ সৃষ্টিৰ পৰিৱৰ্ত্তনৰ ধাৰা।

পৃথিৱীত আমালোকে জন্ম লাভ কৰিছো; পৃথিৱীৰ বতাহ, পানী, বায়ু, পোহৰ আৰু প্ৰয়োজনীয় খাদ্য শস্যবোৰ আৰু প্ৰয়োজনীয় খাদ্যবস্তুবোৰে আমাৰ বঢ়াই তুলিছে। কিন্তু পৃথিৱীৰ কোনো বিষয়ে আনকি ক্ষুদ্ৰ-ক্ষুদ্ৰ বিষয়েও আমাৰ জ্ঞান নাই।

আমি ভাবো যে, পৃথিৱীতকৈ আমাৰ অন্য বেছি আপোন নহয়, বা অধিক বেছি চিনাকি নহয়। জন্মৰ দিনৰ পৰাই আজিলৈ পৃথিৱীতেই আছো, পৃথিৱী প্ৰদত্ত উপকৰণ সমূহ ভোগ কৰিছো, জীৱন ধৰি আছো, খেলা-ধূলা, খাদ্য সংগ্ৰহ, বিয়া বাৰু সমাপন হৈছে পৃথিৱীৰ বুকুতেই। দৰাচলতে আমি পৃথিৱীৰ বিষয়ে কি জানো! পৃথিৱীৰ জন্ম, পৃথিৱীত ঘটা ঘটনা বিলাকৰ কাৰণ বিলাকৰ বিষয়ে আমাৰ তিলমানো জ্ঞান নাই। যিমানে চিন্তা কৰো পৃথিৱীখন অচিনাকি হৈ যায়, আমাৰ মনৰ পৰা আতৰি যায়। পৃথিৱীৰ বিষয়ে আমি নেজানো, দৰাচলতে আমি একো নেজানো। পৃথিৱীখন সচাঁকৈ অচিনাকি, আমাৰ কাৰণে দূৰত্ব, অচিনাকি। সেই কাৰণে কিতাপৰ শেষত কোৱা হৈছে যে পৃথিৱীখন আমাৰ চিনাকি নহয় বুলি চিঞৰি চিঞৰি কবৰ মন যায়।

প্ৰীতিসহ

তৰুণসেন ডেকা

৬/৭/০৫

# সূচীপাত

# পৃথিৱীৰ সৃষ্টি শক্তি

বৈজ্ঞানিক সকলে কোৱা মতে প্ৰায় পাঁচশ কোটিৰ পৰা হেজাৰ কোটি বছৰলৈকে পৃথিৱীত কোনো প্ৰাণী সৃষ্টি হোৱা নাছিল। বহু হেজাৰ বছৰ মূৰত পৃথিৱীত প্ৰাণীৰ উদ্ভৱ হয়। এই উদ্ভাৱিত হোৱা প্ৰাণীসকলৰ গঠন প্ৰণালী চেহেৰা ভিন্ন ভিন্ন প্ৰকাৰৰ আছিল। কিছু কিছু বছৰৰ অন্তত এই প্ৰাণীবিলাকৰ গঠন প্ৰণালী, আৰু চেহেৰাৰ আমূল পৰিৱৰ্ত্তন হৈছিল, নতুন নতুন শ্ৰেণীলৈ পৰিৱৰ্ত্তিত আৰু ৰূপান্তৰিত হৈছিল।

চল্লিছ/পঞ্চাশ হেজাৰ বছৰ আগৰ মানুহ আজিৰ মানুহৰ দৰে নাছিল। মানুহৰ ক্ৰমবিকাশ আৰু ক্ৰম পৰিৱৰ্ত্তন হৈ হৈ মানুহ জাতি আজিৰ অৱস্থাত উপনীত হৈছে। এশ বছৰৰ আগৰ মানুহ পৰিৱৰ্ত্তিত মানুহ; মানুহৰ জীৱন ধাৰণৰ প্ৰণালী, বসবাস কৰাৰ পদ্ধতি, সমাজ পাতি বাস কৰাৰ প্ৰণালী সম্পূৰ্ণ পৃথক বুলিব পাৰি। আজিৰ মানুহে পিন্ধা কানি-কাপোৰ, পোছাক-পৰিচ্ছদ, প্ৰসাধনৰ ব্যৱহাৰ, জীৱন ধাৰণৰ পদ্ধতি, খোৱা-বোৱা, ফুৰা-চকাৰ পদ্ধতি, আচাৰ-বিচাৰ সম্পূৰ্ণ পৃথক।

বৰ্ত্তমান যুগত ৰাস্তা-ঘাট গঢ়ি উঠিছে। কল-কাৰখানা প্ৰতিষ্ঠা হৈছে। ৰেলৱে, জাহাজঘাট, উৰাজাহাজৰ ঘাটি তৈয়াৰ হৈছে। প্ৰকাণ্ড প্ৰকাণ্ড চহৰ নগৰ, ব্যৱসায় কেন্দ্ৰ গঢ়ি উঠিছে, একচেতিয়া পুঁজিপতি আৰু কল-কাৰখানাৰ মালিক সকলৰ সৃষ্টি হৈছে। মানুহে লাহে লাহে খেৰি ঘৰ বাদ দি টিনৰ ঘৰ বান্ধিবলৈ ধৰিছে, টিনৰ ঘৰৰ বদলি পকী, তলাতল ঘৰ বন্ধাৰো প্ৰচেষ্টা মানুহে হাতত লৈছে। সৃষ্টিশীল মানুহ সমাজৰ প্ৰগতি আৰু অগ্ৰগতিয়ে দিনে দিনে ৰূপ সলাইছে, আৰু নতুন নতুন প্ৰণালী আৰু সৃষ্টিৰ কামত মানুহ নিয়োজিত হৈছে।

মানুহে বৰ্ত্তমানৰ সমাজখনক শ্ৰেষ্ঠ আৰু অতি উন্নতৰ আখ্যাৰে বিভূষিত কৰিছে। কোনো কোনোৱে কৈছে এই উচ্চস্তৰীয় বিকাশৰ পিছত মানুহৰ আৰু বিকশিত হোৱা পথ নাই। গতিকে বিকাশহীন মানুহ ইয়াৰ পৰাই ক্ৰমে অধঃপতনলৈ গতি কৰিব। অন্য এচাম মানুহে কয় যে উন্নতিৰ শেষ নাই,-

- মানুহে সীমাহীন ভাবে অগ্ৰগতিৰ পথত গতি কৰিব আৰু এই ভাবে নিত্যনতুন জ্ঞান, অভিজ্ঞতা লাভ কৰি মানুহে চিৰদিন অগ্ৰসৰ হৈ থাকিব। অগ্ৰসৰ হোৱাত কোনোৱে বাধা দিব নোৱাৰিব। অগ্ৰগতি অসীম, অনন্ত।

পৃথিৱীৰ অন্যান্য প্ৰাণীৰ তুলনাত মানুহে নিজকে শ্ৰেষ্ঠ বুলি জ্ঞান কৰে; আৰু নিজৰ মানুহ শ্ৰেণীৰ তুলনাৰে অন্য সকললোকে নিকৃষ্ট আৰু হেয় প্ৰতিপন্ন কৰে। মানুহ শ্ৰেষ্ঠ প্ৰাণী হয় নে নহয়, এই বিষয়ে ভৱিষ্যতৰ বুৰঞ্জীয়ে প্ৰমাণ দিব। কিন্তু এটা কথা থিক যে মানুহৰ সংখ্যা অন্যান্য বহু প্ৰাণীতকৈ দ্ৰুত হাৰত বৃদ্ধি হৈছে। যি সময়ত বাঘ, ঘোং, হাতী, সিংহ, গড় আদি জন্তু বিলাকৰ সংখ্যা গণনামতে বছৰি কমি গৈছে, মানুহৰ সংখ্যা কিন্তু বহুগুণে বঢ়া বুলি দাবি কৰা হৈছে। এই দাবিৰ সত্যতাও থাকিব পাৰে।

মনুষ্য জীৱন, জন্তু জীৱন আৰু উদ্ভিদ জীৱনৰ প্ৰাৰম্ভিক জন্মকাল কেতিয়া হ'ল, কিয় হ'ল, কেনেকৈ হ'ল মানুহে নেজানে। সৃষ্টিৰ গাঁথনি অত্যন্ত জটিল, কঠিন আৰু গুৰুত্বপূৰ্ণ। এই বিষয়ে মানুহৰ জ্ঞান, অভিজ্ঞতা অত্যন্ত সীমাবদ্ধ।

বাৰীৰ ভিতৰৰ শাকনি ডৰালৈ চকু দিলে দেখা যায় সীমাহীন বন, জংঘল, সৰু, বৰ লতা জাতীয় গছনিবোৰ দেখিবলৈ পোৱা হয়। কিন্তু এইবিলাকৰ জন্ম কেনেকৈ হ'ল, কিয় হ'ল, কোনে কৰিলে আপুনি নেজানে। কাষৰ বননিডৰালৈ চকু দিয়ক – দেখিব সীমাহীন সংখ্যক গছ-গছনি, লতা-পাত আৰু তাৰ মাজে মাজে সীমাহীন সংখ্যক জন্তু, কীট-পতঙ্গ আৰু বিভিন্ন শ্ৰেণীৰ প্ৰাণী। এইবোৰৰ জন্মৰ বিষয়েও আমি নেজানো; এই সকলৰ জন্মদাতা কোন তাকো আমি নেজানো। কিন্তু এই সকলৰ জন্ম হৈছে পৃথিৱীৰ বুকুত। পৃথিৱীৰ মাটি ইহঁতৰ আশ্ৰয়; পৃথিৱীৰ পানী, বতাহ, পৃথিৱীত পৰা সূৰ্যৰ তাপ, পোহৰ ইহঁতৰ জীৱন ধাৰণৰ প্ৰয়োজনীয় সামগ্ৰী।

আমি জনা পদাৰ্থ বিলাকৰ ভিতৰত কোন পদাৰ্থৰ ক'ত জন্ম তাকো আমি নেজানো। হীৰা, সোণ, জহৰত, লো, তীখা, আদি দ্ৰব্য বিলাক আমালোকে পৃথিৱীতেই পোৱা বুলি বিশ্বাস কৰো। কিয়নো এই বিলাক পৃথিৱীৰ বুকুত পোৱা হয়। সেই ফালৰ পৰা এই পদাৰ্থ সমূহৰ সৃষ্টি পৃথিৱীতে বুলি বিশ্বাস কৰো। এই পদাৰ্থবোৰৰ সৃষ্টিত পৃথিৱীৰ বাহিৰৰ কোনো শক্তিৰ অৱদান আছেনে নাই কব নোৱাৰো।

বৈজ্ঞানিক সকলে কয় যে পৃথিৱীত যি বতাহ আছে, সেই বতাহ পৃথিৱীৰ, গতিকে বতাহক পৃথিৱীৰ বস্তু বুলি ভাবিব পাৰি। মানুহ আৰু পৃথিৱীৰ প্ৰাণীবিলাকৰ জীয়াই থকাৰ কাৰণে বতাহ, পানী, মাটিৰ উপৰিও অন্য এটা শক্তিৰ দৰ্কাৰ বুলি কোৱা হয়, আৰু সেই শক্তিটো হৈছে সূৰ্য্যৰ পোহৰ আৰু তাপ। সূৰ্য্যৰ তাপত বহুত প্ৰাণী মৰা পৰে হয়, কিন্তু কোনো কোনো শ্ৰেণীৰ প্ৰাণীৰ জীৱনৰ কাৰণে সূৰ্য্যৰ পোহৰ আৰু তাপ নিতান্তই প্ৰয়োজন বুলি কোৱা হয়। পিছে এই সূৰ্য্যৰ পোহৰ বা তাপ সূৰ্য্যৰ পৰাহে আহে। সূৰ্য্যই মূল শক্তি। সূৰ্য্যৰ তাপ আৰু পোহৰৰ কাম কোনে কৰিব পাৰে? দেখা যায় জুয়েও এই তাপৰ কিছু অংশ কৰিব পাৰে বুলি ভবা হয়, সেই কাৰণে জুই আৰু সূৰ্য্যৰ শক্তিক অগ্নি বুলি অভিহিত কৰা হয়। অগ্নি কিন্তু পৃথিৱীৰে সৃষ্টি। মানুহে বিজুলিৰ পৰস্পৰ বিৰোধী এটম দুটা (পজিটিভ আৰু নিগেটিভ) লগ লগাই বিজুলি তৈয়াৰ কৰে, আৰু যান্ত্ৰিক প্ৰয়োগৰ দ্বাৰা বিজুলি ঘৰৰ কামত, পোহৰ দিয়াত, ৰন্ধা বঢ়া কামত, কল-কাৰখানা চলোৱাত ব্যৱহাৰ কৰে। সূৰ্য্যৰ পোহৰ আৰু তাপ নোহোৱাকৈ মানুহে তৈয়াৰ কৰা বিজুলিৰ ব্যৱহাৰ কৰে। কিন্তু এইটো ঠিক যে দিনৰ পোহৰৰ দৰে ব্যাপক আৰু বিশাল আকাৰত এই বিজুলি বা মানুহৰ ব্যবহৃত অগ্নি ব্যৱহাৰ কৰাৰ সুযোগ নাই। তাৰ উপৰিও ঋতু পৰিৱৰ্ত্তন আৰু জলবায়ুৰ বিভিন্ন স্তৰ সৃষ্টি কৰাৰ কাৰ্য্য সূৰ্য্যৰ পোহৰ আৰু তাপেহে কৰিব পাৰে। পৃথিৱীৰ জুই আৰু মানুহৰ সৃষ্ট বিজুলিৰ দ্বাৰা সি সম্ভৱ নহয়।

দেখা যায়, সূৰ্য্যৰ পোহৰ আৰু তাপ পৃথিৱীৰ মানুহৰ কাৰণে আৰু বিভিন্ন প্ৰাণীৰ কাৰণে অপৰিহাৰ্য্য। কথিত আছে যে পুৰণি কালত মানুহে জুই উদ্ভাৱন কৰিছিল শিলে শিলে ঘঁহি, শুকান কাঠে কাঠে সংঘৰ্ষ আৰু ঘৰ্ষণৰ সৃষ্টি কৰি বা সেই ধৰণৰ শুকান বস্তুৰ পৰস্পৰ বিৰোধী ঘষৰ্ণৰ সৃষ্টি কৰি।

বৈজ্ঞানিক সকলৰ মতে পৃথিৱীখন সূৰ্য্যৰ পৰিয়ালৰ অৰ্থাৎ সৌৰ জগতৰ ভিতৰত। গতিকে স্বাভাৱিকতেই পৃথিৱীৰ জন্ম লগ্নৰে পৰাই সূৰ্য্যৰ প্ৰভাৱ পোণপতীয়াকৈ পৃথিৱীত পৰে। পৃথিৱীৰ প্ৰাণীবিলাকৰ জন্ম, জীৱনধাৰণ আদি সকলো ক্ষেত্ৰতে সূৰ্য্যৰ অৱদান সুনিশ্চিত। অনুমান হয় সৌৰ জগতৰ বাকী দহোতা গ্ৰহৰ ওপৰতো হয়তো সূৰ্য্যৰ প্ৰভাৱ অনস্বীকাৰ্য্য ১০ টা গ্ৰহৰ নিজৰ ভিতৰত কি কি আদান প্ৰদান বা সহায় সহযোগিতা দানৰ প্ৰচলন হৈ আছে আমি নেজানো। পৃথিৱীৰ একমাত্ৰ উপগ্ৰহ চন্দ্ৰৰ মৃদু পোহৰ পৃথিৱীত প্ৰতিভাত

হয় আৰু মানুহৰ মনত কল্পনাৰ কাব্যিক প্রতিভাৰ বিকাশ হয়। কোৱা হয় যে পূর্ণিমা আৰু অমাৱস্যাৰ সময়ত শাক-পাচলিত আক্রমণকাৰী বহুতো পোক-পৰুৱাৰ প্রকৃতিৰ পৰিৱৰ্ত্তন হয়। চন্দ্র আৰু সূর্য্যৰ বাহিৰে অন্য গ্রহ, নক্ষত্র বা উপগ্রহৰ পৰা পৃথিৱীলৈ কি কি শক্তিৰ অহা যোৱা হয়, আমি নেজানো। বিশ্ব ব্ৰহ্মাণ্ডৰ সকলোবোৰ গ্রহ, উপগ্রহ, নক্ষত্র মণ্ডলৰ অংশ হিচাপে পৃথিৱীখনৰ অৱস্থিতি। হয়তোবা বিভিন্ন নক্ষত্র বা গ্রহৰ লগত পৃথিৱীৰ সম্পর্ক থাকিব পাৰে বা আছে, কি কি সম্পর্ক কি ভাবে আছে আমি নেজানো।

ভাৰতৰ পূৰ্ব্বজ ঋষি, মুনি আৰু চিন্তাবিদ লোকসকলৰ মতে বিশ্ব ব্ৰহ্মাণ্ডৰ লগত পৃথিৱী সংযুক্ত আৰু সকলো গ্রহ, নক্ষত্র, উপগ্রহ আৰু জ্যোতিষ্ক মণ্ডলি মিলিত হৈ পৃথিৱীসহ গোটেই মহত্বৰ অঞ্চলটো একেখনি মহাবিশ্ব ৰূপে অভিহিত কৰা হৈছে। বৰ্ত্তমান যুগৰ বৈজ্ঞানিক, আৰু চিন্তক ব্যক্তিসকলে পৃথিৱীক মহাবিশ্বৰ অংশিদাৰ হিচাবে ব্যক্ত কৰে, আৰু বাস্তৱৰ ঘটনা পৰম্পৰা কেতবোৰৰ সম্বন্ধৰ কথা ব্যাখ্যা কৰে। চাবলৈ গ'লে পৃথিৱী মহাবিশ্বৰ অংশৰূপে, মহাবিশ্বৰ বিভিন্ন স্থানৰ পৰা পৃথিৱীলৈ বিভিন্ন শক্তিৰ অহাযোৱা হৈ থাকিব পাৰে। মানুহৰ আৰু পৃথিৱীৰ বিভিন্ন জীৱৰ ওপৰত গছ-লতা, পোক-পৰুৱাৰ ওপৰত সেইবোৰ গ্রহৰ বা নক্ষত্রৰ প্রভাৱ পৰিব পাৰে, — তাক নুই কৰিব নোৱাৰি। এইবোৰ মানুহৰ সাধাৰণ জ্ঞানেৰে ঢুকি পোৱা সহজ নহয়।

বিশ্ব ব্ৰহ্মাণ্ডৰ ভিন ভিন গ্রহ, উপগ্রহ, নক্ষত্র জ্যোতিষ্ক মণ্ডলিৰ লগত পৃথিৱীৰ 'মহাএকত্বৰ' কথা (One Whole) ধাৰণা কৰিলে মনত উদয় হয় যেন পৃথিৱীৰ প্রাণী, অপ্রাণী, জীৱ, অজীৱ সকলোবোৰেই সেই একত্বৰ অংশীদাৰ। পৃথিৱীৰ মানুহ বা জন্তু বুলি নকৈ লোকে কব পাৰে মহাবিশ্বৰ মানুহ বা প্রাণী বুলি। এই কথাও যুক্তি হীন নহয়। সেই বিষয়ে মানুহৰ বিশ্ব ব্ৰহ্মাণ্ডৰ জ্ঞান সীমাবদ্ধ। কৌটি কৌটি জ্যোতিষ্কৰ পৰা পৃথিৱীলৈ কি আহে; সূর্য্যৰ পৰা পোহৰ, তাপ, ৰশ্মিৰ বাহিৰে আৰু কিবা কিবি শক্তি পৃথিৱীলৈ আহে, আৰু পৃথিৱীৰ প্রাণীবোৰৰ ওপৰত প্রভাৱ পেলায়।

সূর্য্য নেথাকিলে পৃথিৱীৰ প্রাণী বিলাকৰ জন্ম, মৃত্যু জীৱিকাৰ কি হ'ব পাৰে তাৰ কল্পনাৰ মাধ্যমেৰে সহজে চিন্তা কৰিব পাৰি।

সূর্য্যৰ তাপ, পোহৰ আৰু ৰশ্মিৰ অভাৱত পৃথিৱীৰ কোনো প্রাণী জীয়াই নেথাকে। মেঘালি আকাশ সৃষ্টি হ'লে সূর্য্যৰ পোহৰ পৃথিৱীত কমকৈ পৰে,

তাৰ ফলত পৃথিৱীত নতুন নতুন সমস্যা কেতবোৰ সৃষ্টি হয়। বেছিকৈ মেঘ দিলে বৰষুণ হয়, বেছি বৰষুণত নদী-নলাবোৰ ভৰ্ত্তি হয়। বানপানীৰ সৃষ্টি হয়; মানুহ , গৰু, ঘোঁৰা, ছাগলী, মেকুৰী, কুকুৰ আদি জীৱন্ত প্ৰাণীবিলাকৰ জীৱনলৈ বিপদ নামি আহে, শস্য পথাৰ নষ্ট হয়। কৃষক আৰু শ্ৰমজীৱি শ্ৰেণীৰ মাজত বানপানীয়ে মহামাৰি আদিৰ ভয়াবহ শংকট সৃষ্টি কৰে। এই কথা আমি জানো।

সূৰ্য্যৰ তাপ বেছি হ'লে পৃথিৱীৰ কোনো কোনো অংশত খৰাং বতৰ সৃষ্টি হয়, আৰু খেতি-খালা, গছ-গছনি শুকাই মৰহি বা লেৰেলি যায়, মানুহ আৰু জীৱ-জন্তু বিলাকৰ ভাবিব নোৱাৰ অভাৱ, আকাল আৰু কষ্ট হয়। এই কথাও আমি জানো। সূৰ্য্যৰ তাপ নিৰ্দ্দিষ্ট সীমাৰ ভিতৰত নেথাকিলেই প্ৰকৃতিৰ ভাৰসাম্য নষ্ট হয়, বিপদ বিঘিনিবোৰে আগুৰি ধৰে। এইবাৰৰ ২০০৪ চনৰ জুলাই মাহৰ প্ৰবল বৰষুণে অসম, পশ্চিমবংগ, বিহাৰ আৰু অৰণাচল প্ৰদেশত প্ৰবল বানপানীৰ সৃষ্টি কৰে, ৰাস্তা, ঘাট খেতিখালা বোৰ নষ্ট কৰিলে, মানুহ, জীৱজন্তু আৰু কৃষি ভূমি নষ্ট কৰি মানুহৰ প্ৰচুৰ ক্ষতি সাধন কৰিলে। সেই একে সময়তে বৰষুণৰ অভাৱত গুজৰাট, মহাৰাষ্ট্ৰ, ৰাজস্থান আদিত প্ৰবল খৰাং বতৰ সৃষ্টি হৈ মানুহৰ খেতি-খালাৰ পয়মাল ঘটালে। সূৰ্য্যৰ তাপৰ প্ৰভাৱত প্ৰতি বছৰে বিশ্বৰ বহু ঠাইত বানপানী হয়, আৰু বহু ঠাইত খৰাং পৰিস্থিতিৰ সৃষ্টি হয়। এনে অসমতাৰ কাৰণ কি জনা নেযায়; ভবা যায় যে প্ৰকৃতিৰ ভিতৰত সমতা সৃষ্টি কৰিবলৈ সূৰ্য্যৰ তাপৰ অসমান ব্যৱহাৰৰ প্ৰয়োজন থাকিব পাৰে। এনে অসমান প্ৰয়োগে বতাহ বৰষুণৰ সৃষ্টি কৰিব পাৰে -- এঠাইৰ পৰা আন ঠাইলৈ বতাহ বৰষুণ চলাচল কৰাব পাৰে আৰু এইভাবেই প্ৰকৃতিক জীৱনৰ গতি বিধি সমানকৈ ৰাখিব পাৰে। প্ৰকৃতিৰ নিজৰ প্ৰয়োজনৰ কাৰণেই প্ৰকৃতিৰ ভিতৰত অসমতা সৃষ্টি কৰাৰ যথেষ্ট কাৰণ থাকিব পাৰে।

সূৰ্য্যৰ দৰে চন্দ্ৰৰ পোহৰে আৰু আকৰ্ষনে পৃথিৱীত কেতবোৰ সমস্যা সৃষ্টি কৰে বুলি জনা যায়। বিশেষকৈ সাগৰৰ পানীৰ জোৱাৰ আৰু ভাটাৰ সৃষ্টিত চন্দ্ৰৰ অৱদান থাকে। চন্দ্ৰৰ পোহৰে ৰাতিৰ এন্ধাৰ দুৰ কৰে, বহুতো সৰু সৰু পোক-পৰুৱাৰ জন্ম দিয়ে। চন্দ্ৰৰ পোহৰে প্ৰাণীবিলাকৰ মনত বিপুল আনন্দ আৰু উচ্ছ্বাসৰ সৃষ্টি কৰে। চন্দ্ৰৰ নিজা পোহৰ নাই বুলি কোৱা হয় -- সূৰ্য্যৰ পোহৰ চন্দ্ৰত প্ৰতিবিম্বিত হয়, আৰু সেই প্ৰতিবিম্বিত পোহৰ পৃথিৱীত পৰে। সেই কালৰ পৰা ই সূৰ্য্যৰেই কীৰ্ত্তি বুলি কব পাৰি।

সূৰ্য্য আৰু চন্দ্ৰৰ পৰা লাভ কৰা তাপ, পোহৰ আদিয়ে পৃথিৱীত যথেষ্ট প্ৰক্ৰিয়াৰ সৃষ্টি কৰে, পৃথিৱীৰ সৃষ্টি শক্তি, সৃষ্টি শক্তিৰ গভীৰতা আৰু ব্যাপকতা জগাই তেন্তে আৰু পৃথিৱীত নিত্য নতুন সৃষ্টি আৰু ধ্বংসৰ অৱতাৰণা কৰে।

সূৰ্য্য আৰু চন্দ্ৰৰ বাহিৰে অন্যান্য গ্ৰহবিলাকৰ পৃথিৱীৰ লগত আমি নজনা সম্পৰ্ক থাকিব পাৰে। সেই গ্ৰহবোৰো সূৰ্য্যৰ সৌৰজগতৰ অংশীদাৰ। পুৰণি ভাৰতৰ ঋষি মুনি সকলে এই গ্ৰহবিলাকৰ লগত পৃথিৱীৰ সম্পৰ্ক স্থাপনৰ কথা উনুকিয়াই গৈছে। ভাৰতৰ অতীতৰ জ্যোতিৰ্বিদসকলে মংগল, শনি, বৃহস্পতি, শুক্ৰ আদি গ্ৰহবিলাকক কেন্দ্ৰ কৰি প্ৰভুত গ্ৰন্থ ৰচনা কৰিছিল; গ্ৰহণ, ইন্দ্ৰলোক, স্বৰ্গলোক, ধ্ৰুৱতৰা, সপ্তৰ্ষিমণ্ডল, কালপুৰুষ, হাতীপটি আদিৰ ব্যাখ্যা কৰি পৃথিৱীৰ সৈতে গ্ৰহবিলাকৰ বিভিন্ন প্ৰকাৰৰ সম্পৰ্ক স্থাপন কৰিছিল। এনেবোৰ ঘটনাৰ দ্বাৰা আমি ধৰি লব পাৰো যে পৃথিৱীৰ লগত অন্যান্য গ্ৰহবিলাকৰো সম্পৰ্ক আছিল আৰু বৰ্ত্তমানো আছে। সেই সকলোবোৰ শক্তিৰ দ্বাৰা পৃথিৱী শক্তিমান হৈছে।

## পৃথিৱীৰ বৰণ কেনে

পৃথিৱীখন কেনে? কেনে দেখি ইয়াক, কি তাৰ ৰং, বৰণ, আকৃতি প্ৰকৃতি? কবিয়ে কয় পৃথিৱীখন সেউজীয়া! অকল সেউজীয়াই নে? অকল সেউজীয়া বোলাটো শুদ্ধ নহ'ব। গছ-গছনি, বন-জঙ্ঘল থকা ঠাই বোৰক যেনিবা সেউজীয়া বুলি কব পাৰি। গছ, লতাবোৰৰ সেউজীয়া ৰঙৰো পাৰ্থক্য থকাটো বিদ্যমান– মাজে মাজে বগাফুল, ৰঙাফুল, হালধীয়া ফুলে সেউজীয়াৰ সৌন্দৰ্য্যৰ দাবী নুই কৰে। হিমালয়ৰ দৰে ওখ ওখ ডাঙৰ পৰ্ব্বত বিলাকৰ প্ৰকাণ্ড প্ৰকাণ্ড অংশ বোৰ বগা বৰফেৰে ঢাক খাই থকা, ওখ ওখ পাহাৰৰ ওপৰভাগ বৰফৰ দৰে বগা দেখা, তিনি চতুৰ্থাংশ পানীয়ে আগুৰি থকা পৃথিৱীখনৰ চেহেৰা পানীৰ দৰে নীলাৰঙ দেখা, বৃহত্তৰ অংশৰ পৃথিৱীখন সেউজীয়া নুবুলি পানীৰ দৰে নীলা বুলিব পাৰি। দুয়োটা মেৰুত গছ-গছনি নাই, হেজাৰ হেজাৰ মাইল জুৰি বগা বগা বৰফৰ অঞ্চল সেইবোৰ অংশৰ পৃথিৱীখনক বৰফৰ দৰে বগা দেখি। এনে চিত্ৰ বিচিত্ৰ ৰঙৰ পৃথিৱীখনৰ একেটা ৰঙৰ পৃথিৱী বুলি কোৱা নিশ্চয় ভুল। পৃথিৱীখন কেৱল নীলা নহয় ই বহু ৰঙেৰে ৰঞ্জিত, বহু ৰঙী।

ভূতাত্ত্বিক সকলে কৈছে যে পৃথিৱীৰ আভ্যন্তৰিণ ভাগ ভীষণ উত্তাপেৰে ভৰা। পৃথিৱীৰ অভ্যন্তৰত জুই আৰু কেৱল জুইহে বোলে। সেই আভ্যন্তৰ

ভাগত কয়লা, লো, পেট্ৰ'ল, ডিজেল, সোণ, তীখা, সীহ, দস্তা আদি মূল্যবান ধাতৱ পদাৰ্থ বিলাক পোৱা যায়। পৃথিৱীত মূল্যবান পদাৰ্থ ৰূপে চিহ্নিত সকলো পদাৰ্থ হেনো পৃথিৱীৰ মাজৰ ভাগতে অভ্যন্তৰত পোৱা যায়। পৃথিৱীৰ মহাসাগৰ বিলাকৰ প্ৰকাণ্ড প্ৰকাণ্ড অঞ্চল জুৰি আছে মাছ, কাছ, সাপ, জলহস্তি, তিমি, আদি অসংখ্য প্ৰকাৰৰ প্ৰাণী আৰু সেই প্ৰাণী বিলাকৰ আশ্ৰয়দাতা অসংখ্য প্ৰকাৰৰ নানা ৰঙৰ, নানা প্ৰকাৰৰ সাগৰৰ সৰু সৰু গছ, লতা বিলাক। সাগৰৰ পানীৰ তলৰ এই সীমাহীন সংখ্যক গছ-গছনি আৰু জীৱৰ অৱস্থিতি টেলিভিছনত প্ৰদৰ্শন কৰা হয়। কি বিচিত্ৰ এই সৃষ্টি!!

পানীৰ মাজত হেজাৰ হেজাৰ শ্ৰেণীৰ জীৱৰ উপৰিও জীৱহীন বুলি ধাৰণা কৰা শিল, বালি আদি মূল্যবান সম্পদবোৰ পৃথিৱীৰ বুকুৰ অভ্যন্তৰত অৱস্থিত।

পৃথিৱীৰ ওপৰভাগত হেজাৰ হেজাৰ নদী, বিল, খাল, ডোং, হ্ৰদ আৰু অসংখ্য প্ৰকাৰৰ পানী জমা হোৱা ঠাই আছে। কিছুমান ঠাইত পানীবোৰ সাময়িক ভাবে জমা হয় অন্য কিছুমান ঠাইত পানী ভাগ স্থায়ীভাবে থকা দেখা যায়। এইবোৰ পানীত সীমাহীন সংখ্যক ভিন ভিন প্ৰকাৰৰ শেলুৱৈ, জলজ বন, জঙঘল, ৰৌ, বৰালী, ভকুৱা, মাগুৰ, শিঙী, পুঠি, কাৱৈ, গৰৈ, ছেং, সোল, দৰিকণা, বেছা, টুৰি আদি কেবাশ বিধ সৰু-ডাঙৰ মাছ আৰু পোক-পৰুৱা দেখা যায়; আৰু সেই ঠাইবোৰত বিভিন্ন প্ৰকাৰৰ সাপৰ প্ৰজাতি, কেকোৰাৰ প্ৰজাতি, ভেকুলিৰ প্ৰজাতি দেখিবলৈ পোৱা যায়। সৰু বৰ অসংখ্য পোক, জীৱাণুৰ অৱস্থিতিতো আছেই।

পৃথিৱীৰ পানী নজমা ওখ ঠাইবিলাকত য'ত শিল আৰু মাটি ওলাই আছে সেই বিলাকত সীমাহীন সংখ্যক গছ-গছনি, লতা আৰু বনৰ জন্ম হোৱা দেখা যায়। এই গছ বোৰৰ কোনো কোনো গছ ফল ধাৰণ কৰা, সিহঁতে আমাৰ খাদ্য সৃষ্টি কৰে। যেনে আম, কঁঠাল, জামু, কল, নাৰিকল, আপেল, ডালিম, বেডনা, তামোল, লেবু, ৰবাব, টেটেলি আদি ফল বাহক গছ ; কিছুমান গছৰ ফল ধৰে যদিও সেই ফল মানুহে ব্যৱহাৰ নকৰে-- তেনে গছ বিলাকৰ পাত ব্যৱহাৰ কৰা হয়, কিছুমানৰ ফুল, পাত বা ফুল বা পাত দুয়োটাই ব্যৱহাৰ কৰে। মানুহে ব্যৱহাৰ নকৰাৰ কাৰণ হৈছে সেই সেই গছৰ ফল, ফুল, পাতৰ ব্যৱহাৰিক গুণ নাই। হয়তো বিজ্ঞানৰ আৱিষ্কাৰৰ ফলত আজি ব্যৱহাৰ নকৰা ফল, ফুল বা পাত কাইলৈ ব্যৱহাৰৰ উপযোগী বুলি মানুহৰ ধাৰণা জন্মিব পাৰে।

বননিত ওপজা বহু শ্ৰেণীৰ লতাৰ বিষয়ে মানুহৰ জ্ঞান সীমাবদ্ধ। সীমাবদ্ধ জ্ঞানৰ কাৰণেই মানুহে বহুত লতা ব্যৱহাৰ নকৰে। কিছুমান লতা, বন সিহঁতৰ গা-গছ আৰু পাতৰ ঔষধী গুণ আছে। চৰ্দ্দি, কাহ, কফ, মেলেৰীয়া কলাজ্বৰ, টাইফয়েদ, কলেৰা, বিষ-বেদনা, কটা-চিঙা ঘটনা, এই বিলাকত ব্যৱহাৰৰ উপযোগী আৰু ফলদায়ক। বেদৰ আগৰ পৰাই ভাৰতৰ মানুহে বন-জংঘলৰ ঔষধি গুণৰ টেৰ পাইছিল আৰু তেতিয়াৰ পৰাই আজি পৰ্য্যন্ত বহু শ্ৰেণীৰ গছৰ ব্যৱহাৰ কৰা হয়। এই সম্পৰ্কত চৰক চুচ্ছুতৰ বৰ্ণনাৰ প্ৰতি মনোযোগ দিয়া দৰকাৰ।

লাউ, কোমোৰা, জিকা, ভোল, নিলাজী, তিয়ঁহ, ৰঙালাউ, পটল আদি কিছুমান গছৰ ফল মানুহে ব্যৱহাৰ কৰে, আৰু সিবোৰৰ খেতি কৰে। সৌন্দৰ্য্য বৰ্দ্ধণৰ কাৰণে কিছুমানৰ ফুল-পাত মানুহে ব্যৱহাৰ কৰে, আৰু তেনে গছ-লতা কিছুমান মানুহেই ৰোপণ কৰে। মানুহে ৰোপণ কৰা গছ লতাৰ গুটিবোৰৰ জন্ম হয় পৃথিৱীত, ডাঙৰ দীঘলকৈ গঢ়ি তোলে পৃথিৱীয়ে আৰু সূৰ্য্যৰ কিৰণ, তাপ, উত্তাপ, বতাহ আৰু পানীয়ে। ই বিলাকৰ সৃষ্টিত আৰু যদি কিছু শক্তিৰ প্ৰয়োজন হয় সেই বিষয়ে আমাৰ জ্ঞান নাই।

নিজৰ ব্যৱহাৰৰ বাবে মানুহে কিছুমান শস্যৰ খেতি কৰে। উল্লেখ যোগ্য হৈছে - লাই, পালেং, চুকা, ভাতকেৰেলা, তিতা কেৰেলা, ভেণ্ডি, লেচেৰা, উৰহি আদি। এই বিলাকো মানুহে ৰোপণ কৰে পৃথিৱীৰ বুকুত। য'ত ইবোৰে জন্ম লাভ কৰে, ডাঙৰ দীঘল হয়, ফুল-ফল ধৰে আৰু মানুহৰ খাদ্য হিচাপে নিজক উছৰ্গা কৰে। মানুহে গৌৰৱ কৰে এই ভাগ খেতি মোৰ, মই কৰিছো বুলি। দৰাচলতে মানুহৰ গৰ্ব কৰিবৰ একো নাই। মানুহে নিমিত্ত মাত্ৰ হৈ গুটি ৰোপণ কৰে, সাৰ পানী যোগান ধৰে, বন পাত গুচাই দিয়ে; —গছৰ জন্ম দিয়ে পৃথিৱীয়ে আৰু শেষত পৃথিৱীৰ বুকুত লয় যায়। মানুহে কৰা কৃষি কাৰ্য্য আগতে আছিল ক্ষুদ্ৰ পৰিষৰৰ, মাত্ৰ কেইবিধমানৰ কৃষি, কিন্তু দিন যোৱাৰ লগে লগে মানুহৰ প্ৰয়োজন বাঢ়ে, অভিজ্ঞতা বৃদ্ধি পায়, বিভিন্ন ন, ন শস্যৰ জ্ঞান লাভ কৰে, আৰু এইদৰে লাভ হোৱা জ্ঞানৰ ভেতিত মানুহৰ কৃষিজাত সামগ্ৰীৰ পৰিমান বাঢ়ি যায়, আৰু বাঢ়ি গৈ গৈ আজিৰ অৱস্থা লাভ কৰিছে। বিজ্ঞানৰ নতুন নতুন প্ৰযুক্তি মানুহে প্ৰয়োগ কৰিছে, ন, ন প্ৰযুক্তি ব্যৱহাৰ কৰি মানুহে উন্নত শ্ৰেণীৰ বীজ সিঁচি, নতুন নতুন সাৰ প্ৰয়োগ কৰি, কীট-পতঙ্গ

নাশক দ্ৰব্য সমূহৰ ব্যৱহাৰ কৰি নিজকে যথেষ্ট পৰিমানে লাভবান কৰিব পাৰিছে। সভ্যতাৰ অগ্ৰগতি আগুৱাই গৈছে, মানুহৰ অৰ্থনৈতিক উন্নতি সাধিত হৈছে, জীৱন ধাৰণৰ পদ্ধতিৰো পৰিৱৰ্ত্তন হৈছে, কৃষিত যন্ত্ৰ ব্যৱহাৰ হৈছে, প্ৰগতিৰ পথত অগ্ৰসৰ হোৱাত উন্নত কৃষি ব্যৱস্থাই সহায় কৰিছে।

কৃষি সভ্যতাই মানুহ সমাজক উন্নত পৰ্য্যায়লৈ পৰিচালনা কৰিছে, কেতবোৰ নতুন নতুন জ্ঞান অভিজ্ঞতাৰে মানুহক সমৃদ্ধি কৰিছে, সমাজৰ প্ৰগতি চহকী হৈছে, মানুহৰ জ্ঞান বিবেচনা বাঢ়িছে, সভ্যতাই নতুন আলোকেৰে মানুহক সু-সজ্জিত কৰিছে। এই কৃষি সভ্যতাৰ আকৌ জন্ম দাতা হৈছে পৃথিৱী, পৃথিৱীৰ সৃজনী শক্তি আৰু পৃথিৱীৰ বহুমূখী সৃষ্টি ক্ষমতা।

## সৃষ্টি আৰু বিৰোধীতা

পৃথিৱীৰ শক্তি, ক্ষমতা, – শক্তি আৰু ক্ষমতাৰ ব্যাপকতা, বিশাল। পৃথিৱীৰ মাটি ভাগত কি, কি সৃষ্টি শক্তি নিহিত আছে আমি নেজানো। গুটিটো সিচিলেই আপোনা আপুনি গজালি মেলে, গজালিক খাদ্য পৰিচৰ্য্যা কৰি পৃথিৱীয়ে গজালিটো ডাঙৰ হোৱাত সহায় কৰে। পুৰণি গা-গছ দালৰ নিচিনাকৈ গা-গছ ডাল গজি উঠে, পুৰণি গছৰ পাতৰ আকাৰ আৰু ৰং ধাৰণ কৰে, সেইদৰে ফুলৰ, ফলৰ সৃষ্টি হয়। সাধাৰণ ভাবে দেখাত একে ধৰণৰ পাত, ফুল, ফল ধাৰণ কৰা যেন দেখা যায়।

নাৰিকল এটা মাটিত ৰোপণ কৰিলে, নাৰিকলৰ পুলি গজিব, - সেই পুলিৰ চেহেৰা নাৰিকল গছ ডালৰ দৰে হ'ব, তাৰ থোক পৰিব, ডাব সৃষ্টি হ'ব, নাৰিকল হ'ব আৰু সেই নাৰিকল পুৰঠ হোৱাৰ পিছত মাটিত ৰোপণ কৰিলে পুনৰ নাৰিকল পুলি গজিব। নাৰিকল গছ, ফল আদি মূলতঃ নাৰিকল হৈ থাকিব, আৰু ন, ন নাৰিকলৰ জন্ম দিব।

দ্বন্দ্ব মূলক বস্তুবাদীয় সূত্ৰমতে নতুন নাৰিকল আৰু পুৰণি গছত আগতে থোক পৰা নাৰিকলৰ মাজত বা নাৰিকলটো আৰু অন্য নাৰিকলটোৰ মাজত কিছু কিছু পৰিৱৰ্ত্তন চকুত পৰিব। এনে ধৰণৰ চকুত পৰা পৰিৱৰ্ত্তন স্বত্ত্বেও সাধাৰণ ভাবে সি মূলতঃ নাৰিকল হৈয়ে থাকিব। নাৰিকলৰ বদলি ই বেলেগ গছৰ ফল হিচাপে চিহ্নিত নহয়। হুবহু একে নাৰিকল জন্ম নেপালেও সাধাৰণতে জাতত নাৰিকলৰ জন্ম হ'ব।

তেনেদৰে পৃথিৱীৰ অন্যান্য শস্য বা গছ গছনিৰ ক্ষেত্ৰতো একে ধৰণৰ নিয়ম প্ৰযোজ্য। প্ৰত্যেক গছ গছনি ৰোপণ কৰাৰ পিছত আগৰ পুৰণি গছ দালৰ দৰেই গজালি জন্মিব, ডাঙৰ হ'ব, ফল-ফুল দিব, আৰু পুৰণি গছৰ চেহেৰা আৰু গঠন ধাৰণ কৰিব। এনেদৰে গঠন ধাৰণ কৰাৰ ক্ষেত্ৰত কিছু কিছু ক্ষেত্ৰত সাধাৰণ পৰিৱৰ্ত্তন হোৱাটো স্বাভাৱিক যেন লাগে, যদিও এই পৰিৱৰ্ত্তন অস্বাভাৱিক বুলি ধাৰণা হয়। এনে অমিল আৰু পৰিৱৰ্ত্তন হোৱা স্বত্ত্বেও গছ দালৰ শ্ৰেণীৰ পৰিৱৰ্ত্তন হোৱা বুলি কব নোৱাৰি। নাৰিকল গছৰ চেহেৰা নাৰিকল গছৰ দৰেই, তাৰ পাত নাৰিকল গছৰ দৰেই তাৰ গঠন প্ৰণালী নাৰিকল গছৰ দৰেই অৰ্থাৎ নাৰিকলৰ শ্ৰেণীৰ পৰা গছ গছনি বা তাৰ ফল-মূল বিলাক বেলেগ নহয়। এনে উদাহৰণ অন্যান্য গছ, লতা, ফুল, ফলৰ ওপৰতো প্ৰযোজ্য।

মাটিত ৰোপণ কৰা গছ দালি মাটিৰ পৰা উভালি দিলে সি কিন্তু বাচি নেথাকে, কোনো কোনো গছ লতা উভালি ৰুব পাৰি, কম সময়ৰ ব্যৱধানৰ ভিতৰত নতুনকৈ ৰুৱা ঠাইত ই শিপা ধৰিব, পাত দিব, পোখা দিব, আৰু শেষত ফল ফুল ধাৰণ কৰিব। বেছি সময় হোৱাৰ বাবে ইয়াৰ উভলা মূৰটো মাটিৰ বাহিৰ কৰি থলে গছ ডালি মৰি যাব। কোনো কোনো গছ কম সময়তে মৰে। কোনো গছ বেছি দীঘলীয়া সময়লৈকে জীয়াই থাকে। মাটিৰ ভিতৰত শিপা নথকা গছ সাধাৰতে মৰা পৰে। কিছুমান বন, লতা আদি পানীতো ওপঙে। পুনি, চেলেনী, মেতেকা আদি কেতবোৰ বনজাতীয় গছ পানীৰ ওপৰতে গজে, পানীতেই শিপা দিয়ে। পানীতেই ডাঙৰ দীঘল হয়। ফুলো ধৰে, কোনো কোনোৱে ফলো ধৰা দেখিছো। পানীত ওপজা অজস্ৰ গছ, লতাৰ চিত্ৰ টেলিভিছনত প্ৰদৰ্শন কৰা হয়। এই বিলাক দেখিলে ধাৰণা হয় আমি যেন অন্য এখন পৃথিৱীতহে বাস কৰিছো। মনত ৰখা উচিত পানীয়ো পৃথিৱীৰেই অংশ, সিও পৃথিৱী। পানীক বাদ দি পৃথিৱীৰ অৱস্থান নেথাকিব। পৃথিৱীত চাৰি ভাগৰ তিনি ভাগ ঠাই জুৰি পানী আছে, কেৱল এভাগহে মাটি আছে। মাটিৰ ভিতৰতো পানীৰ স্থিতি আছে। গছ লতা বিলাকে সেই পানী খাই জীৱন নিৰ্বাহ কৰে।

পুৰণি হিন্দু শাস্ত্ৰ বিলাকত কোৱা আছে যে পৃথিৱী আগেয়ে পানীৰ মাজতহে আছিল। গাহৰিয়ে (বৰাহে) দাঁতেৰে পৃথিৱীখন ওপৰলৈ তুলি আনিছে। বৰ্ত্তমানৰ বৈজ্ঞানিক সকলৰ মতে সূৰ্য্যটো আগেয়ে পানীৰ মাজত

আছিল ঘূৰি আছিল, আৰু ঘূৰণৰ ফলতেই ধূলি মাকতি বিলাক যুক্ত হৈ সৌৰজগতৰ গ্ৰহ, উপগ্ৰহ আৰু সূৰ্য্যৰ সৃষ্টি হৈছে। বৈজ্ঞানিক সকলৰ উক্তি সত্য বুলি ধৰি ল'ব লাগিব।

পৃথিৱীৰ সৃষ্টি ৰহস্য বুজিব নোৱাৰি। একেডৰা মাটিতেই লগা লগিকৈ ৰোপণ কৰা টেঙা, জ্বলা, কেঁহা, তিতা, মিঠা বিভিন্ন জাতৰ গছবোৰে জন্ম গ্ৰহণ কৰে, আৰু বিভিন্ন প্ৰকাৰৰ ফল বিলাক দিয়ে। একেডৰা মাটিতেই সৃষ্টি হোৱা ভিন্ন ভিন্ন গছ-গছনি বিলাকৰ কথা আৰু কাৰণ চিন্তা কৰিব নোৱাৰি।

একেডৰা মাটিতেই ৰঙা, বগা, সেউজীয়া, হালধীয়া, হেঙুলীয়া কত ৰঙ বিৰঙৰ ফুল ফুলে। সিহঁতৰ ৰঙেই অকল পৃথক নহয়, ফুল বিলাকৰ গোন্ধো ভিন্ন ভিন্ন ধৰণৰ, সিহঁতৰ সৌন্দৰ্য্য; গঠন বিলাকো ভিন্ন ভিন্ন প্ৰকৃতিৰ। পাত আৰু সৌন্দৰ্য্য, চেহেৰা আৰু আকাৰৰ বিভিন্ন পাৰ্থক্য বিদ্যমান।

মানুহে ৰোপণ কৰা গুটিৰ পৰা গছ, লতা জন্ম লাভ কৰাটো যেনিবা বুজিলো। কিন্তু মানুহে ৰোপণ নকৰা ঠাইত গছ গছনিবোৰনো কেনেকৈ জন্ম লাভ কৰে তাকেই বুজা টান। কোনো দিনে মানুহৰ পদাৰ্পণ নোহোৱা ঠাই বিলাকত প্ৰকাণ্ড প্ৰকাণ্ড বৃক্ষ আৰু গছ লতা বিলাকে জন্ম গ্ৰহণ কৰে। কেনেকৈ বাৰু জন্ম গ্ৰহণ কৰে? কোনোবাই উত্তৰত কব পাৰে চৰাই চিৰিকটি বিলাক আৰু বতাহে গছৰ গুটি বিভিন্ন ঠাইলৈ কঢ়িয়াই নিয়ে আৰু সেইদৰেই কঢ়িয়াই নিয়া গছৰ গুটিৰ পৰা মানুহে নেদেখা ঠাইত গছ গজিব পাৰে। আংশিক ভাবে এই উত্তৰ সত্য হ'ব পাৰে-- কিন্তু সকলো ক্ষেত্ৰতে ই সত্য নহয়।

চৰাই চিৰিকটি আদিয়ে বা বতাহে গুটি পেলাব নোৱাৰা ঠাই বিলাকত কিহে গুটি পেলায়? এডোখৰ ঠাই জনশূন্য হোৱাৰ পিছত সেই ঠাইত হৰেক প্ৰকাৰৰ বন, লতা, গছ-গছনি বাৰু গজে কেনেকৈ? এবিধ বন বা লতা ওপজা বেলেগ কথা - বহু বিধ গছ, লতা, বননিৰ সৃষ্টি কেনেকৈ হয় বাৰু?

প্ৰকাণ্ড প্ৰকাণ্ড অঞ্চল জুৰি হৰেক প্ৰকাৰৰ বন গজে, বিস্তৃতি লাভ কৰে- সমগ্ৰ অঞ্চলটো কিছুদিন পিছত বনে ঘেৰি পেলায়? এবিধ নহয় দুবিধ নহয়, কেবাবিধ বা বহুবিধ বননিৰ জন্ম হয়, কেনেকৈ? চৰাই চিৰিকটি বা মানুহে গুটি নৌচিটোৱা স্বত্বেও বন, লতা বিলাক জন্মে কেনেকৈ?

প্ৰশ্ন উদয় হয় - আদিম পৃথিৱীত গছবোৰ জন্ম হৈছিল কেনেকৈ? কোনেও ৰুৱা নাছিল, কোনেও বীজ চটিওৱা নাছিল, পৃথিৱীত তেতিয়া বীজেই নাছিল। তেনে ক্ষেত্ৰত এই প্ৰকাণ্ড প্ৰকাণ্ড গছ, গছনি, লতা পাত ফুল বিলাক

জন্ম হ'ল কেনেকৈ? মানুহে কয় পৃথিৱীৰ সৃষ্টি শক্তি সীমাহীন, পৃথিৱীৰ শক্তিও সীমাহীন। পৃথিৱী স্বাভাৱিক গতিধাৰাৰ মাজতেই গছ-লতা, ফল-ফুল বিলাকৰ জন্ম হোৱা বুলি এচাম লোকে ধাৰণা কৰে। পৃথিৱীৰ জটিল আৱৰ্ত্তন বিৱৰ্ত্তনৰ মাজতেই, পৃথিৱীৰ জটিল পৰিস্থিতিৰ মাজতেই সেলুঁৱৈ জাতীয় পদাৰ্থ বিলাকৰ সৃষ্টি হয়, আৰু তেনে পদাৰ্থ বিলাকত হৰেক প্ৰকাৰৰ নানা জাতীয় পৰিৱৰ্ত্তন পৰিৱৰ্দ্ধন হৈহে গছ, গছনি, লতা আদিৰ জন্ম হয়। এটা বস্তুৰ জন্মৰ পিছত ক্ৰমাত পৰিৱৰ্ত্তনৰ ধাৰাত তেনে বিভিন্ন বস্তুৰ জন্ম হয়।

আমাৰ ঘৰ-বস্তি বিলাক চালেও দেখা যায়- সীমাহীন সংখ্যক বনৰ সমষ্টি। এনে সীমাহীন সংখ্যক বন, লতা, আগেয়ে নাছিল। কোনো কোনো বিধ বন নতুনকৈ গজা, কোনো বিধ বন আগৰ পৰাই থকা। বিচিত্ৰতাৰে পৰিপূৰ্ণ আমাৰ ঘৰবস্তিৰ স্থান বিলাক। কোনোবা ঠাইত ৰঙা পাতৰ ফুল, কোনোবা ঠাইত বগা পাতৰ, কোনো ঠাইত হালধীয়া, কোনো ঠাইত মুগা নাইবা অন্য প্ৰকাৰৰ গছ-গছনি বিলাক বিভিন্ন ৰঙৰ ফুল ধৰা মনোমোহা দৃশ্যবিলাক চাই চাই অন্ত নহয়। ৰুৱা গছ বিলাক বাৰু জন্মিল, কিন্তু কোনো দিনে নুৰুৱা ঠাইবিলাকত গছ-গছনি বিলাক জন্মে কেনেকৈ? এই সাঁথৰৰ সদুত্তৰ দিয়া কঠিন।

মানুহ আৰু জীৱ জন্তু বিলাকৰ জন্ম কাহিনী বিচিত্ৰ। কেতিয়া জন্মিল, কেনেকৈ জন্মিল, কি পৰিস্থিতিত জন্মিল, কিয় জন্মিল তাৰ সদুত্তৰ নাই। বৈজ্ঞানিক সকলৰ মতে ৫০০ কৌটিৰ পৰা হেজাৰ কৌটি বছৰৰ আগতে পৃথিৱীত কোনো জীৱ বা জীৱন্ত সত্বা নাছিল। বৈজ্ঞানিক সকলৰ এই উক্তি সত্য বুলি ধৰি ললে মানুহৰ জন্ম বৃত্তান্ত কৌতুহলোদ্দীপক। যদি কোনো জীৱই নাছিল তেতিয়া হ'লে বৰ্ত্তমানৰ জীৱ-জন্তু, ঘৰচীয়া আৰু বনৰীয়া, কোনো জন্তুই জন্ম গ্ৰহণ কৰা নাছিল। গছ-গছনি বিলাকো জন্ম গ্ৰহণ কৰা নাছিল, চৰাই চিৰিকটি বিলাকৰো জন্ম হোৱা নাছিল, বীজাণু জীবাণু আদি ক্ষুদ্ৰাতি ক্ষুদ্ৰ প্ৰাণী বিলাকৰো জন্ম হোৱা নাছিল। যদি কোনো জীৱই নাছিল তেন্তে ধৰি ল'ব পাৰি যে পৃথিৱীৰ জীৱ সকলৰ জন্ম বহুদিনৰ পিছত, বিভিন্ন পৰিস্থিতি আৰু আবেষ্টনীত জন্ম লাভ কৰিছে। এই আবেষ্টনী আৰু পাৰিপাৰ্শ্বিকতা বিলাকৰ বিষয়ে আমাৰ জ্ঞান নাই, তাৰ কোনো লিখিত বৰ্ণনা বা ইতিহাসো নাই। এই অজ্ঞতা, অজানিত ঘটনা বিলাকে সৃষ্টিৰ মহত্ব বঢ়াই তুলিছে আৰু মানুহৰ মাজত হৰেক প্ৰকাৰৰ খুদুৱনি আৰু চিন্তাৰ সৃষ্টি কৰিছে।

আজিৰ পৃথিৱীখন নতুন-- নতুন তাৰ আবেষ্টনী, নতুন তাৰ সৌন্দৰ্য্য, নতুন নতুন তাৰ সৃষ্টি কৰ্ম। কেবা হেজাৰ মান বছৰ পূৰ্বে মানুহৰ পূৰ্ব পুৰুষ সকলৰ জন্ম হয়, আৰু ক্ৰমবিকাশৰ ধাৰাত নতুন নতুন মানুহৰ সৃষ্টি হয়। পৃথিৱীখনত বৰ্ত্তমানে কেবা হেজাৰো মানুহৰ বসতি। আদি পূৰ্বপুৰুষৰ জন্ম কাহিনী আমাৰ কিন্তু অজ্ঞাত।

বাইবেলত মানুহৰ সৃষ্টিৰ বৰ্ণনা দিয়া আছে, সেই বৰ্ণনা কল্পনা প্ৰসূত। "আদাম আৰু ইভৰ" জন্ম কাহিনী মানুহৰ কল্পনাই সৃষ্টি কৰা বহু অবাস্তৱ ঘটনা। ডাৰউইনৰ তত্ব মতে মানুহৰ জন্মৰ পিছত ই ক্ৰমবিকাশৰ ধাৰাত বিভিন্ন শ্ৰেণীৰ প্ৰাণীৰ চেহেৰালৈ ৰূপান্তৰিত হোৱাৰ ইতিহাস ৰচনা কৰা হৈছে। পৰিৱৰ্ত্তনৰ সোঁতত আহি আহি মানুহে বিভিন্ন ৰূপত জন্ম গ্ৰহণ কৰে, আৰু ক্ৰমবিকাশৰ ধাৰাত আজিৰ মানুহৰ শ্ৰেণীলৈ ৰূপান্তৰিত হয়। ক্ৰমবিকাশৰ তত্ব মানুহৰ কাৰণে দীঘলীয়া বুৰঞ্জী বুলি কব পাৰি।

মানুহৰ জন্মত পৃথিৱীৰ অৱদান সীমাহীন। পৃথিৱীয়ে মানুহৰ জন্ম দিছে; কিন্তু পৃথিৱীৰ গতিশীল প্ৰগতিত মানুহৰ অৰিহনা নাই বুলিব পাৰি- যি আছে সিও সামন্যকণহে ।

বন জঙ্ঘলত বাস কৰা জন্তু যেনে- বাঘ, সিংহ, হাতী, শিয়াল, উট, পহু, ছাগলী, গৰু, ম'হ আদি জন্তু জানোৱাৰ বিলাকৰ জন্ম কাহিনী মানুহে নেজানে। পুৰণি কালৰ সাহিত্যিক আৰু চিন্তাশীল লোক সকলে বন্য পশু-পক্ষীৰ বিষয়ে দুই চাৰিটা বৰ্ণনা দিছে, সেই বৰ্ণনা বিলাক মনে সজা। চৰাই চিৰিকটি আদিৰ জন্মৰ বিষয়েও মানুহে নেজানে। অজানিত সৃষ্টি ৰহস্য আৰু জন্ম ৰহস্যই মানুহৰ মনত নিত্য নতুন ৰহস্যৰ সৃষ্টি কৰিছে আৰু গভীৰৰ পৰা গভীৰ আকাশলৈ টানি নিছে। মানুহে সৃষ্টিৰ সকলো কিছু জানে বুলি গৌৰব কৰাৰ কোনো ভেটি নাই।

কেবাশ বিধ চৰাই আকাশত উৰে। চৰাই বিলাকৰ গাৰ বৰণ পৃথক পৃথক, শৰীৰৰ বৰণ পৃথক, আকৃতি ভিন ভিন। একে জাতৰ এটা শ্ৰেণীৰ চৰাইৰ লগত অন্য জাতৰ বা শ্ৰেণীৰ চৰাইৰ মিল নাই। শগুণ, হাড়গিলা, কাউৰী, শালিকা, পাৰ, বগলী, ভাটৌ চৰাই, চিলনী, মাছৰোকা, কপৌ আদি কেবাশ প্ৰকাৰৰ, কেবাশ নামেৰে নামাকৰণ কৰা চৰাই আমি দেখো। এই চৰাই বিলাকৰ কিন্তু নিজৰ শ্ৰেণীৰ ভিতৰতে আকৌ বিভিন্নতা বৰ্ত্তমান। এজনী কাউৰীৰ লগত

অন্যজনী কাউৰীৰ পাৰ্থক্য দেখা যায়। একোটা শালিকী পৰিয়ালৰ মাজতো বিভিন্নতা আৰু অমিল দেখা যায়। পাৰ চৰাইৰ নিজৰ শ্ৰেণীৰ ভিতৰতো অমিল আৰু বিভিন্নতা দেখা যায়; শগুণৰ ভিতৰতো শগুণে শগুণে পাৰ্থক্য বিদ্যমান। এইদৰে এটা শ্ৰেণীৰ কাউৰী বা যি কোনো চৰাই অন্য শ্ৰেণীৰ চৰাইৰ পৰা পৃথক, আৰু কাউৰী সকলৰ মাজতো ইটো কাউৰীৰ লগত সিটো কাউৰীৰ পাৰ্থক্য বিদ্যমান। কাউৰী, শালিকী, ঘনচিৰীকা, পাৰ চৰাই, হুদু চৰাই, হাঁহ, মুৰ্গী, বাদুলি আদিক স্বতন্ত্ৰ চৰাই হিচাপে গণ্য কৰা হয়। কিন্তু একেটা শ্ৰেণীৰ চৰাই বিলাকৰ নিজৰ মাজত বিভিন্নতা দেখা যায়। এনে বৈষম্য স্বত্বেও এটা শ্ৰেণীৰ চৰাইক আমি সেই বিশেষ নামটোৰেহে মাতো - কিয়নো সিহঁতৰ সাধাৰণ মিল বিলাক এক ধৰণৰ। শালিকী চৰাই আৰু বগলীৰ মাজত ৰিজাই চালে শালিকী বিলাক শালিকী শ্ৰেণীৰ বুলি চিনাক্ত কৰিব পাৰি, সেই ক্ষেত্ৰত শালিকী বিলাকৰ সাধাৰণ গুণ বিলাক একে ধৰণৰ; তেনেদৰে বগলি বিলাকক বগলি বুলি চিনাকি কৰা হয় - সেই দৰে সাধাৰণ মিল বিলাক এন ধৰণৰ। কিন্তু শালিকীৰ ভিতৰত দুটা শালিকীক ৰিজাই চালে দেখা যায় যে সেই শালিকী দুটাৰ ভিততে বহুটো পাৰ্থক্য বিদ্যমান। দেখাত শালিকী যেন দেখা গ'লেও সিহঁতৰ আকৃতি, সিহঁতৰ পাখী, ভৰি, চকু, মুখত বিভিন্ন ধৰণৰ পাৰ্থক্য বিদ্যমান।

এনে অমিল আৰু বিভিন্নতা পৃথিৱীৰ সকলো শ্ৰেণীৰ জীৱৰ মাজতেই দেখা যায়। অৰ্থাৎ সাধাৰণ ভাবে একে যেন দেখা গ'লেও সিহঁতৰ নিজৰ মাজতে পাৰ্থক্য বিদ্যমান। হাঁহ বুলিলেও আমি বুজো ৰাজ হাঁহ, পাতি হাঁহ আদি বিভিন্ন শ্ৰেণীৰ হাঁহক। কিন্তু ৰাজহাঁহৰ চেহেৰা, পাতি হাঁহৰ চেহেৰাৰ লগত নিমিলে। আকৌ ৰাজহাঁহৰ ভিতৰতে এটা ৰাজহাঁহৰ লগত আন্য এটা ৰাজহাঁহৰ অমিল বিদ্যমান। পাতি হাঁহৰ শ্ৰেণী, ৰাজহাঁহতকৈ পৃথক; কিন্তু পাতি হাঁহৰ প্ৰতিটো হাঁহৰ মাজত পাৰ্থক্য বিদ্যমান। এনেদৰে প্ৰকৃতিৰ বিৰাট সৃষ্টি শৈলীৰ মাজত অভূতপূৰ্ব পাৰ্থক্য, অমিল আৰু গড়মিল বিদ্যমান। কিন্তু এনে অমিল গড়মিল আৰু পাৰ্থক্য থকা স্বত্বেও একেটা শ্ৰেণীৰ জীৱৰ নিজৰ মাজত বিভেদ আৰু পাৰ্থক্য সাধাৰণতে লক্ষ্য কৰা নহয়। সকলোবোৰ যেন বিৰোধ নেওচি শৃঙ্খলাৰেই চলি আছে। সৃষ্টিৰ এই মহান সাঁথৰ আমি বুজো কেনেকৈ?

প্ৰতিটো চৰাই বা জন্তুৰ কাৰণে থকা ঠাই, খোৱা পানী, খাদ্য প্ৰকৃতিত মজুত হৈ আছে। কোনোৱে ফৰিং, সৰু সৰু পোক পৰুৱা বিলাক খায়, কোনোৱে মাছ খায়, কোনোৱে মাংস খায়। মাংস খোৱা বিলাকে জীৱ জন্তু

বা চৰাই চৃকতি বিলাক ধৰি খায়। কোনো কোনোৱে মৰা জন্তুৰ মাংস খায়। শগুণ চৰায়ে হেনো নিজে চিকাৰ নকৰে। মৰা জন্তু বিলাকৰ মাংস বিচাৰি ফুৰে। কৰবাত কিবা জন্তুৰ মৃত্যু হ'লে সিহঁতে আগধৰি গম পায় আৰু মৃত জন্তুটোৰ কাষ চাপেহি।

ঈগল, বাজ আদিয়ে চৰাই, মাছ, সাপ, বেং আদি ধৰি খায়। সিহঁতে জীয়াই থকা জীৱ জন্তুৰ মাংস খাদ্য হিচাপে ব্যৱহাৰ কৰে। সিহঁতে চিকাৰ কৰিবলগীয়া হয়। পশু পক্ষী, গছ জঙঘল, চৰাই চৃকতি আদি পাৰ্থিৱ জীৱ জন্তু বিলাকৰ সৃষ্টিকাৰী বা জন্মদাতা হিচাপে পৃথিৱীক বুলিব পাৰি; পৃথিৱী নহ'লে মাটি, পানী, খাদ্য সম্ভাৰ আৰু জীৱৰ প্ৰয়োজনীয় আহিলা পাতি নেথাকিলে, এইবোৰ প্ৰাণী বা জীৱ জীয়াই থাকিব নোৱাৰে। ই আনকি জন্ম গ্ৰহণ কৰাটোও অসম্ভৱ।

পৃথিৱীৰ ওপৰ ভাগত আৰু অভ্যন্তৰত কি নাই? কি নাই ভাবিব নোৱাৰি। আমি সকলোৱে পৰা এতিয়ালৈকে দেখা শুনা বা জনা জন্তুবোৰ পৃথিৱীৰেই বস্তু। এই বস্তুবোৰেই পৃথিৱীৰ শক্তি, পৃথিৱীৰ সৃষ্টি শক্তি।

## প্ৰাকৃতিক দুৰ্য্যোগ আৰু সৃষ্টি

পৃথিৱীত প্ৰকাণ্ড প্ৰকাণ্ড ধুমুহা, শিল, বৰষুণ, বজ্ৰপাত হোৱা আমি দেখা পাইছোহক। আমাৰ জীৱনতেই ধুমুহাত হেজাৰ হেজাৰ গছ উভালিছে, চিগিছে, লতা, পাত, ফুল, নষ্ট হৈছে; মানুহ মৰিছে, চৰাই চৃকতিয়ো মৰা দেখিছো। শ, শ বাসগৃহ ভাঙি পেলাইছে। নদী, নলাৰ মথাউৰি বান্ধবোৰ চিঙি পেলাইছে। প্ৰকাণ্ড প্ৰকাণ্ড বানপানীৰ সৃষ্টি হৈছে, বানপানীয়েও কৃষকৰ খেতি খালা নষ্ট কৰিছে, গৰু, ছাগলী, হালৰ হালোৱা, উট, ঘোঁৰা, ম'হ, হাতী, আদি জন্তু বিলাক উটি গৈছে কৃষক শ্ৰেণী ক্ষতিগ্ৰস্ত হৈছে, বানপানী ধুমুহাত বহু লোকৰ মৃত্যু হৈছে, পিতৃ-মাতৃ পুত্ৰহীন হৈছে, শ, শ ল'ৰা-ছোৱালী পিতৃ মাতৃ হাৰা হৈছে। বান পানীত নাও ডুবি, ঘৰ ভাঙি পানীত উটি বুৰি গৈ কিমান ল'ৰা-ছোৱালী অকালতে মৰা পৰিছে! প্ৰতি বছৰে পৃথিৱীৰ বহু ঠাইত বানপানীৰ তাণ্ডৱ চলি থাকে। ধুমুহা, বতাহ, শিল, বৰষুণৰ সৃষ্টি হৈ থাকে আৰু এই বিলাকে সীমাহীন ক্ষতি সাধন কৰি থাকে। মূলভাগৰ উপৰিও পৃথিৱীৰ জলভাগত সাধাৰণতে প্ৰকাণ্ড প্ৰকাণ্ড ঢৌৰ সৃষ্টি হয়। নাও, জাহাজত অহা যোৱা কৰা

হেজাৰ হেজাৰ মানুহে অকালতে মৃত্যু বৰণ কৰে। আজি-কালি বতৰ বিজ্ঞানী সকলে সাগৰ ভ্ৰমণৰ নিষেধ কৰি আগতীয়া জাননী জাৰি কৰে, যাতে সাগৰৰ ধুমুহাৰ বাবে সমাজৰ লোক সকল ৰক্ষা পৰিব পাৰে। ধুমুহা বতাহৰ উপৰিও বজ্ৰপাত পৰা, আকাশ ফালি পানী পৰি বহু মানুহৰ মৃত্যু হয়। এই বছৰত হিমাচলত দুবাৰ আকাশফটা ঘটনা হ'ল আৰু সেই ঘটনাত বহু মানুহৰ জীৱন হানি হ'ল।

বানপানী আৰু ধুমুহাৰ উপৰিও মানুহৰ প্ৰধান শত্ৰু বুলি চিহ্নিত কৰা হৈছে ভূমিকম্পক। ভূকিম্পৰ ফলত পৃথিৱীৰ বহু ঠাই ভাঙি চিঙি গৈছে, ঘৰ-দুৱাৰ কীৰ্ত্তি চিহ্ন ধ্বংস হৈ গৈছে, হেজাৰ হেজাৰ মানুহ মৰা পৰিছে। এছিয়া, ইউৰোপ, আফ্ৰিকা, উত্তৰ আমেৰিকা আৰু দক্ষিণ আমেৰিকাত বহুত বাৰ ভূমিকম্পই ধ্বংসৰ সৃষ্টি কৰিছে। ভাৰতৰ কোনো কোনো ৰাজ্যত ভুইকঁপৰ ক্ষতিৰ পৰিমান ভাবিব নোৱাৰা ধৰণে হৈছে। ভূমিকম্পৰ কাৰণ বিলাক মানুহে তদন্ত কৰি আছে, কিন্তু কেতিয়া ক'ত ভূমিকম্প হয় এই বিষয়ে মানুহৰ পূৰ্ব জ্ঞান আজিও সীমাবদ্ধ হৈ আছে। চীন দেশৰ কোনো এটা ভুঁইকপৰ কথা বৈজ্ঞানিক সকলে প্ৰকাশ কৰা সময়তে হৈছিল, পৃথিৱীৰ প্ৰায়বোৰ ভূমিকম্পৰ সময় ধাৰ্য্য কৰাটো সম্ভৱপৰ হোৱা নাই। আশা কৰা যায় যে বৈজ্ঞানিক সকলৰ আশাসুধীয়া প্ৰচেষ্টা আৰু যত্নৰ ফলত এদিন মানুহে ভুইকপৰ কাল ও স্থান আগধৰি নিৰ্ধাৰণ কৰাৰ সুফল পাব। তাৈলে হয়তো দীঘলীয়া বাটকুৰি বাব লাগিব।

বতাহ পৃথিৱীৰ সামগ্ৰী, বতাহেই ধুমুহাৰ সৃষ্টি কৰে। পৃথিৱীৰ আৱৰ্ত্তন বিৱৰ্ত্তন মাধ্যাকৰ্ষণ, সূৰ্য্যৰ ৰ'দ, তাপৰ প্ৰভাৱত বতাহৰ উষ্ণতা বৃদ্ধি পায়, আৰু সেই অনুপাতে বতাহৰ গতি সঞ্চাৰিত হয়। বতাহৰ সঞ্চাৰিত গতিৰ গভীৰতাৰ ওপৰত বায়ু চালিত হয়, ধুমুহাৰ সৃষ্টি হয়। সূৰ্য্যৰ বাহিৰেও অন্যান্য গ্ৰহ, নক্ষত্ৰ সকলৰো প্ৰভাৱ থাকিব পাৰে, সেই প্ৰভাৱৰ বিষয়ে আমি অজ্ঞ।

এতিয়ালৈকে পোৱা বৈজ্ঞানিক তত্ব মতে ধুমুহা, বতাহ, বানপানী পৃথিৱীৰ নিজৰেই সৃষ্টি। ভুঁইকপ বিলাকো পৃথিৱীৰেই সৃষ্টি— বানপানী, ঢেৰেকণি, বজ্ৰপাত আদি ঘটনা সমূহো পৃথিৱীৰেই সৃষ্টি বুলিব পাৰি। হয়তো পৃথিৱীৰ এই কাৰ্য্যত সূৰ্য্যৰ তাপৰ অৱদান আছে।

এই ঘটনা বিলাক মানুহৰ মতে ধ্বংসকাৰী, মানুহে নিজৰ সা-সম্পত্তি,

খেতি-বাতি, ঘৰ-দুৱাৰ, জীৱ-জন্তু নষ্ট কৰে বুলি অভিযোগ কৰে। ধ্বংস মূলক আৰু ক্ষতি কাৰক বুলি অভিযোগ আনে আৰু মানুহৰ কাৰণে ক্ষতি কাৰক বুলি ধৰি লয়। এই ঘটনা বিলাক তেনেদৰেই মানুহে বিবেচনা কৰে। প্ৰকৃতিয়ে কিয় কেৱল ধ্বংস কৰে, কিয় কেৱল ক্ষতি সাধন কৰে? এই ঘটনা বিলাকৰ কোনো সৃষ্টি মূলক দিশ নাই নেকি?

ধুমুহা, বতাহ, বানপানী, ভুঁইকপ আদি ভীষণতম ঘটনা সমূহ, অকল ধ্বংসমুখী কাৰণত নহয়, আমি যাক ধ্বংসমুখী বুলি ভাবো তাৰ লগত ই বিলাকে সৃষ্টিৰ কামো কৰে। সত্য যে খেতি-খালা নষ্ট কৰে, ঘৰ-দুৱাৰ ভাঙে- এইবোৰ দুখজনক কাম; কিন্তু বৃহৎ পৃথিবীখনৰ বৃহত্বৰ ঘটনা প্ৰবাহৰ তুলনাত এই ধ্বংসমূলক ঘটনা বিলাক সামান্য ঘটনা যেন বুলি অভিহিত কৰা হয়। পৃথিৱী আৰু বিশ্বৰ বিশালতাৰ তুলনাত এই ক্ষতিবোৰক ক্ষুদ্ৰ বুলি অভিহিত কৰা হয়। একোজন মানুহৰ একোখন গাওঁৰ বা কেবাখনো গাওঁ লিপ্ত হৈ সৃষ্টি হোৱা এটা অঞ্চলৰ তুলনাত পৃথিবীখন আৰু বিশ্ব ব্ৰহ্মাণ্ডখন অতি বিশাল আৰু বহল। এনে বিলাকৰ তুলনাত এই ক্ষতি বিলাক নগন্য বোলা হয়। অন্য এটা কাৰণ হৈছে,- এই ঘটনা বিলাকে প্ৰাকৃতিক ভাৰসাম্য বুলি বহুস্বীকৃত, অৰ্থাৎ ভাৰসাম্য ৰক্ষাত সহায় কৰে।

উদাহৰণ হিচাপে কব পাৰি বানপানীয়ে দ ঠাই পুতি পেলায় আৰু ওখ ঠাই খান্দি দ কৰে। বানপানীৰ পিছৰ বছৰ কেইটাত মানুহে ভালদৰে খেতি খালা কৰিব পৰা হয়; তাৰ উপৰিও পলসুৱা মাটিৰে ন, ন অঞ্চল প্লাবিত কৰা ঠাই বিলাক সাৰুৱা হৈ উঠে। অলাগতীয়াল, মৰানদী, মৰাবিল বিলাক পুতি কৃষি উপযোগী মাটিলৈ ৰূপান্তৰিত কৰে। পলস আৰু সাৰ পেলায়। বৰি মাটিবোৰ সাৰুৱা আৰু ফচলমুখীকৈ গঢ়ি তোলে। কোনো কোনো অঞ্চলত ব্যক্তিগত লোকৰ ক্ষয় ক্ষতিৰ পৰিমান উলাই কৰিব পৰা বিধৰ নহয়। এই কথাও মনত ৰাখিব লাগিব। আধা ভঙ্গা, আধা চিঙ্গা মথাউৰি থাকিলে বানপানীৰ পিছত মেৰামতি কৰা হয়। চলিত অৱস্থাতকৈ মজবুতকৈ সজোৱা হয়। মানুহে শ্ৰম কৰি সজোৱা বা চৰকাৰৰ প্ৰচেষ্টাৰে মথাউৰি এটা মেৰামতি কৰা এটা ভালৰ ফালে পৰিৱৰ্তনৰ লেখ। পৃথিৱীয়ে হয়তো নিজে পৰিৱৰ্তন নকৰে প্ৰকৃতিৰ অঙ্গিভূত মানুহেই মেৰামতিৰ কাম কৰে। ইয়ো এক প্ৰকাৰৰ পৰিৱৰ্তন।

বানপানী হোৱা বিস্তীৰ্ণ অঞ্চলত প্ৰচুৰ মাছ পুঠিৰ চলাচল হয়,- পানী

বাগৰি যোৱা মাটি বিলাকত প্ৰচুৰ পলস আৰু সাৰৰ আমদানী হয়। মাটিবোৰ সাৰুৱা হৈ উঠে আৰু পৰৱৰ্ত্তী বছৰ কেইটাত ভাল ফচল হোৱাৰ অৱস্থা গঢ়ি উঠে। দ, খাল বিলাক পুতি পেলায়,– কৃষি উপযোগী কৰি তোলে। বানপানীয়ে ব্যক্তিগত লোকৰ ক্ষতি সাধন কৰে সঁচা, কিন্তু অন্যহাতে সুফলৰো সৃষ্টি কৰে। প্ৰাকৃতিক ভাৰসাম্য ৰক্ষাত বানপানীৰ অৱদান নাই বুলি কব নোৱাৰি। বানপানীৰ সাময়িক ক্ষতিয়ে মানুহৰ জীৱন কালৰ সুদীৰ্ঘ সময়ৰ ফল বুলি ধৰি লব নেলাগে। তেনেদৰে ধুমুহা, শিল বৰষুণ আৰু ভুঁইকপে মানুহৰ ক্ষতি সাধন কৰে যদিও প্ৰাকৃতিক ভাৰসাম্য ৰক্ষাৰ কামত ই বোৰ সহায়ত ভুমিকা গ্ৰহণ কৰে। বিতংকৈ আৰু সুক্ষ্মভাবে বিশ্লেষণ কৰিলে বুজা যায় যে বানপানী, ধুমুহা ভুঁইকপ আদিয়ে বহল দৃষ্টিত পৃথিৱীৰ ভাৰসাম্য ৰক্ষা কৰে আৰু পৰৱৰ্ত্তী কালৰ বাবে মাটি ডোখৰ সাৰুৱা কৰি তোলে। এই বিলাক ঘটনাৰ দ্বাৰা ক্ষতিৰ পৰিমান হোৱা যেন দেখিলেও পৃথিৱীৰ উপকাৰ সাধনৰ ক্ষেত্ৰতো উপযোগী আৰু প্ৰয়োজনীয়।

আমি কেৱল ধ্বংসৰ কথা নেভাবি সৃষ্টিৰ কথাও চিন্তা কৰা দৰকাৰ। একেটা ঘটনাৰ দুটা ফাল থাকে; ভাল আৰু বেয়া, ক্ষতি কাৰক আৰু অক্ষতি কাৰক। সেই দৃষ্টি ভংগীৰেও বিশ্লেষণ কৰি চালে দেখা যায় যে বানপানী, ধুমুহা, শিল, বতাহ, বৰষুণ, ভুঁইকপ বানপানীয়ে কোনো কোনো মানুহৰ আৰ্থিক ক্ষেত্ৰত ক্ষতি সাধন কৰে আৰু সেই একে ঘটনাই ব্যাপক অৰ্থত প্ৰকৃতি জগতৰ উপকাৰ সাধন কৰে। ধ্বংস আৰু সৃষ্টি দুয়োটা দিশতেই আমি বিবেচনা কৰা দৰ্কাৰ।

আচৰিত কথা যে ভাৰতবৰ্ষৰ দৰে বিশাল দেশখনত একে সময়তে সকলো ঠাইতে বানপানী নহয়, হোৱাও নাই। এটা অঞ্চলত বানপানী হ'লে অন্য কোনো কোনো অঞ্চলত খৰাং বতৰৰ দুৰ্য্যোগ সৃষ্টি হোৱাৰ উদাহৰণ দেখা যায়। এইবাৰৰ ২০০৪ চনৰ জুলাই মাহ ব্যাপি পূব ভাৰত, অসম, অৰুণাচল, মেঘালয় আৰু কেবাখনো প্ৰদেশত নেৰানেপেৰা ধৰণৰ ব্যাপক বৰষুণ হয়। ফলত অসম, অৰুণাচল প্ৰদেশ, পশ্চিমবংগ আৰু বিহাৰত প্ৰৱল বৰষুণ হয়। খেতি-খালা, ঘৰ-দুৱাৰ, জীৱ জন্তু ধ্বংস হয়। কিন্তু একে সময়তে গুজৰাট, মহাৰাষ্ট্ৰ, মধ্যপ্ৰদেশত ভীষণতম খৰাং বতৰত খেতি খালা নষ্ট হয়। পানী বিচাৰি মানুহে উপবাসে থাকি ভগৱানৰ নামত সংকীৰ্ত্তন, নাম প্ৰসঙ্গ আদি অনুষ্ঠান কৰিছে। খৰাং বতৰ বানতকৈও বেছি ক্ষতি কাৰক। খৰাং বতৰত আকাল, দুৰ্ভিক্ষ,

মহামাৰি সৃষ্টি হয়। ১৯৪৩ চনত অকল পশ্চিম বংগতেই দুৰ্ভিক্ষত ৫০ হাজাৰ মানুহ মৰা পৰিছিল। বানপানীয়ে মানুহৰ যি সমস্যাৰ সৃষ্টি কৰে, যি সৰ্ব্বনশীয়া ক্ষতি সাধন কৰে তাৰ কথা চিন্তা কৰিলেই গাৰ নোম দাল দাল হৈ উঠে। পৃথিৱীয়ে সৃষ্টি কৰা ঘটনা ৰাজি অৰ্থহীন আৰু যুক্তিহীন বুলি ধৰি লোৱা উচিত নহ'ব। ঘটনাবিলাক দৰাচলতে পৃথিৱীয়ে সৃষ্টি নকৰে; ঘটনা বিলাক সৃষ্টি হোৱাৰ ভেটি ৰচিত হয়, আৰু ঘটনা ঘটে। এই ঘটনা বিলাক অনিবাৰ্য্য ঘটনা বুলি ধৰি লোৱা উচিত। পৃথিৱীৰ কোনো ইচ্ছা শক্তি এই ঘটনা বিলাক ঘটে বুলি ধৰি লব নোৱাৰি। এইটো সত্য যে পৃথিৱী মৃত, প্ৰাণহীন সত্ত্বা বুলি ধৰি লব নোৱাৰি, পৃথিৱী বহু প্ৰকাৰৰ গুণ আৰু বহু প্ৰকাৰৰ শক্তিৰ দ্বাৰাই সমাহিত। দেখাত পৃথিৱীয়ে ঘটনা সৃষ্টি কৰে আৰু ঘটনা বিলাক সমাধানো কৰে।

বিৰাট পৃথিৱীখনৰ তুলনাত মানুহ, বাঘ, সিংহ, হাতী, ঘোঁৰা, গৰু, ছাগলী, হাঁহ, পাৰ, শগুণ, কাউৰী, শালিকী আদি জন্তু বিলাকৰ অৱস্থান অতি সামান্য। ১০ টা মানুহ মৰিব নে এহেজাৰ মানুহ মৰিব, ১০০ বিঘা মাটিৰ শস্য নষ্ট হ'ব নে হেজাৰ বিঘা মাটিৰ শস্য নষ্ট হ'ব, এটা ঘৰ ভাঙিল নে হেজাৰটা ঘৰ ভাঙিল, এটা মথাউৰি চিঙিল নে ১০০টা মথাউৰি চিঙিল -- এই লৈ পথিৱীৰ ক্ষতি বা লাভৰ প্ৰশ্ন জড়িত নহয় বা পৃথিৱীয়ে চিন্তা কৰাৰ কোনো প্ৰয়োজন নাই। আমি নিজৰে পৃথিৱীৰ সৰ্বময় কৰ্ত্তাৰূপে চিন্তা কৰো, সেইদৰে ভাবো আৰু পৃথিৱীখন আমাৰ পদানত বুলি ধৰি লওঁ। এই ধৰণৰ চিন্তাধাৰাৰ ফলত পৃথিৱীখনৰ বিশালতা, বিশাল শক্তি, ক্ষমতাৰ কথা আমি পাহৰি যাওঁহক।

মানুহে মানুহে পৃথিৱীখন ভগাই লব বিচাৰিছে, যেন ভগাই লব পৰা বস্তুহে। ইংলেণ্ড, ফ্ৰান্স, স্পেন, পৰ্টুগাল, গ্ৰীছ, ইটালি, জাৰ্মান, ৰুছিয়া, জাপান, কোৰিয়া, চীন, ভাৰতবৰ্ষ, পাকিস্তান, শ্ৰীলংকা, আমেৰিকা, উত্তৰ আমেৰিকা আদি হেজাৰৰো অধিক খণ্ডত বিভক্ত কৰি আমাৰ মানুহৰ ক্ষমতা আৰু সুবিধা অনুসাৰে পৃথিৱীখনক হৰেক দেশৰ সীমাত নিৰ্ধাৰণ কৰি লৈছো। সীমা, তাৰ দৈৰ্ঘ্য, প্ৰস্থ আমি মানুহবোৰে স্থিৰ কৰিছো আমাৰ সুবিধামতে। আমাৰ শক্তি আৰু জোৰৰ বলত দেশৰ সীমা বিলাক স্থিৰ কৰিছো। কোনো কোনো দেশত সীমা স্থিৰ নোহাৱাত বিবাদ আৰু যুদ্ধৰ সৃষ্টি হৈ শ, শ নিৰ্দ্দোষী লোকৰ মৃত্যু হৈছে। সীমাহীন সংখ্যক ঘৰ-দুৱাৰ, যোগাযোগ, যাতায়ত নষ্ট কৰা হৈছে।

আমি গাওঁৰ সীমা স্থিৰ কৰিছো, অঞ্চলৰ সীমা স্থিৰ কৰিছো, জিলা

আৰু প্ৰদেশৰ সীমাও নিৰ্ধাৰণ কৰিছো। আমি আজি পথাৰবোৰত ব্যক্তিৰ সুবিধা অনুপাতে মাটিৰ দাগ, পট্টা আদিৰ সৃষ্টি কৰিছো। বহু ঠাইত দাগ লৈ কাজিয়া, পট্টা লৈ কাজিয়া, ম্যাদি পট্টা নে একচনীয়া পট্টা সেই লৈ বিবাদ, ফৰেষ্ট বিভাগৰ মাটি নে ৰেভিনিউ বিভাগৰ মাটি, সেই লৈয়ো বিবাদ। মানুহে ন্যায় বিচাৰি আদালতলৈ যায়। সীমাহীন সংখ্যক ব্যয় আৰু খৰছ বহন কৰি, সৰ্বস্বান্ত হৈয়ো মানুহে আদালতৰ বিবাদ নেৰে।

পৃথিৱীখনক সীমাত বিভক্ত কৰাৰ আমাৰ অধিকাৰ বা স্বত্ব কি? পৃথিৱীয়ে আমাৰ তেনে কোনো স্বত্বাধিকাৰ দিছে নে, আমালোকে নিজে নিজেই স্বত্বাধিকাৰী বুলি দাবী কৰিছো।

আমি মানুহবিলাকে ভাবো যেন পৃথিৱীখন আমাৰ আধিপত্য বিস্তাৰৰ অধিকাৰৰ অঞ্চল। এই বৃহত্তৰ পৃথিৱীখন মানুহেই ব্যৱহাৰ কৰিব পাৰে। মানুহৰেই একমাত্ৰ অধিকাৰৰ ক্ষমতা ভোগ কৰাৰ অধিকাৰ আছে। মানুহেই এই অধিকাৰ জোৰ জবৰদস্তিকৈ সৃষ্টি কৰা বুলি ধাৰণা কৰে। তেনে অধিকাৰৰ প্ৰৱণতাৰ হেতুকে মানুহে বৃহৎ বৃহৎ বান্ধ তৈয়াৰ কৰিছে, নদীৰ সোঁত বন্ধ কৰি কৃষক সকলৰ কৃষিভূমিত পানী যোগান দিছে। নদীৰ স্বাভাৱিক গতি বন্ধ কৰি নতুন গতিৰ সৃষ্টি কৰিছে। পাহাৰ কাটি নদীৰ বান্ধ দি প্ৰকাণ্ড প্ৰকাণ্ড 'দোম' তৈয়াৰ কৰিছে। দোম বন্ধা লৈ মানুহৰ মাজত বিবাদ আৰু প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছে মালি মোকৰ্দমা, ধৰ্ণা, সত্যাগ্ৰহ, অনশন আন্দোলনো সৃষ্টি হৈছে। নতুন নতুন নদী প্ৰজেক্ট, বান্ধ প্ৰজেক্ট হৈ আছে, আৰু বিবাদো বাঢ়ি আছে। কেন্দ্ৰৰ এন.ডি.এ. চৰকাৰে সিদ্ধান্ত লৈছে - সমগ্ৰ ভাৰতৰ নদী বিলাক একীভূত কৰি একোটা প্ৰজেক্টৰ সৃষ্টি কৰিবলৈ। পক্ষে বিপক্ষে জনমত জাগৃত হৈছে।

কিছুমান নদীত পৰ্বতৰ বান্ধৰ জৰিয়তে কোনো কোনো ঠাইত বিজুলি শক্তি সৃষ্টি কৰা হৈছে, সাৰ-কাৰখানা প্ৰতিস্থা কৰা হৈছে। কোনো কোনো অঞ্চলৰ কৃষি শস্যৰ উন্নতি হৈছে। কোনো কোনো অঞ্চলত বিপৰীত মুখী প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছে। ভাক্ৰা-নাঙ্গল বান্ধ হোৱাৰ পিছত ভাৰতৰ বিভিন্ন ৰাজ্যত নদী প্ৰজেক্ট বিলাক গঢ়ি উঠিছে। পৃথিৱীৰ বহু ৰাজ্যত ইতিমধ্যে নদী প্ৰজেক্ট বিলাক গা- কৰি উঠিছে। ৰেল লাইন উলিয়াওতে, ৰেলৰ দলং তৈয়াৰ কৰোতে কিছুমান নদীৰ গতি পৰিৱৰ্তন কৰা হৈছে, কিছুমান বন্ধ কৰা হৈছে, কিছুমান কটা গৈছে। শিলৰ প্ৰয়োজন পূৰাবলৈ পাহাৰৰ পিছত পাহাৰ হয় খন্দা হৈছে,

নহয় ভঙা হৈছে। মাটিত প্ৰকাণ্ড প্ৰকাণ্ড নলা-নৰ্দমা আৰু গাতবোৰ খন্দা হৈছে-- মানুহে খুচি মতেই এই বিলাক কাম কৰি আছে। তেনেদৰে গড়কাপ্তানী বিভাগেও ৰাস্তা সজাওতে তাত দলং দিওতে, নৰ্দমা তৈয়াৰ কৰোতে প্ৰচুৰ শিল আৰু মাটি কটা হৈছে; পৃথিৱীখনৰ ওপৰৰ খন্দৰ যেন চেহেৰাৰ পৰিৱৰ্ত্তন কৰা হৈছে।

অফিছ বিলাকৰ বাবে সজা প্ৰকাণ্ড প্ৰকাণ্ড পকী বিল্ডিং, কোম্পানী বিলাকৰ বিভিন্ন প্ৰকাৰৰ নামত গঢ়ি উঠা বৃহৎ বৃহৎ পকী বিল্ডিং, ব্যক্তিগত ধনী লোক সকলে নিজৰ ব্যৱহাৰৰ বাবে সজোৱা ডাঙৰ ডাঙৰ বিল্ডিং বিলাকে পৃথিৱীৰ বৃহৎ বৃহৎ অংশ একোটা আৱৰি পেলাইছে। মানুহে পুৰণি গৃহ নিৰ্মাণ পদ্ধতিৰ পৰিৱৰ্ত্তন ঘটাইছে।

এই ধৰণৰ কাৰ্য্য কলাপে পৃথিৱীৰ ওপৰ ভাগত যেন পৃথিৱীৰ শিৰা উপশিৰাৰ দৰে কাম কৰিছে। নদী প্ৰজেক্ট, ৰেল লাইন, দলং সজা, গড়কাপ্তানী ৰাস্তা, ব্যক্তিগত প্ৰণালীত ৰাইজে সজা ৰাস্তা, বিভিন্ন প্ৰকাৰৰ ঘৰ-দুৱাৰ, বিভিন্ন প্ৰকাৰ বিল্ডিং বিলাকে যেন পৃথিৱীৰ দেহৰ ওপৰ ভাগত শিৰা উপশিৰাৰ দৰে কাম কৰিছে।

মানুহে পৃথিৱীৰ ওপৰত বিভিন্ন প্ৰকাৰৰ ঘটনা ঘটাই আছে, কিন্তু বিভিন্ন প্ৰকাৰৰ কৰ্ম কাণ্ড কৰি আছে, পৃথিৱীয়ে কিন্তু মানুহৰ কামত দেখা দেখিকৈ কোনো বাধা বা প্ৰতিবাদ কৰা নাই। পৃথিৱীখন নিমাত, নিৰপেক্ষ, নিৰালম্ব দৰ্শকহে, -এই ধৰণৰ ধাৰণা ওপজে।

কিন্তু এটা সত্য স্বীকাৰ কৰিব নোৱাৰি যে পৃথিৱীৰ নিৰালম্বন আৰু নিৰপেক্ষ অৱস্থাতো পৃথিৱীৰ সকলো মৃত প্ৰাণীক পৃথিৱীয়ে সাৱটি লৈছে। কৌটি কৌটি মৃত মানুহৰ মৰা দেহবোৰ পৃথিৱীতে বিলীন হৈছে। বিষাক্ত ফেটি সাপৰ বিহ সহ সিবোৰ পৃথিৱীতে বিলীন হৈছে। উদণ্ড ম'হ, গৰু, বাঘ, ঘোং, সিংহ, গাহৰি, হাতী আদি হেজাৰ হেজাৰ জাতৰ হিংস্ৰ প্ৰাণীৰ মৃত দেহ পৃথিৱীয়ে গ্ৰহণ কৰিছে। মানুহ হত্যাকাৰী বিষধৰ বস্তুবোৰ পৃথিৱীতে বিনষ্ট হৈছে। মানুহৰ জীৱন ধ্বংসকাৰী পোক-পৰুৱা, জৈৱ-অজৈৱ সামগ্ৰী সমূহ, সীমাহীন সংখ্যক বীজাণু, জীৱাণু, পোক-পৰুৱা চকুৰে দেখা ক্ষুদ্ৰ ক্ষুদ্ৰ জীৱ বা চকুৰে মনিব নোৱাৰা ক্ষুদ্ৰ জীৱ, এই সকলো বোৰ জন্তু পৃথিৱীৰেই, আৰু সিহঁত বিলীন হৈছে পৃথিৱীৰ ভুখণ্ডতেই। মানুহৰ চিকিৎসাহীন শ, শ মাৰাত্মক ব্যাধি সৃষ্টিকাৰী

জীৱাণু আৰু বীজাণুৰ সৃষ্টি পৃথিৱীতে,- পৃথিৱীয়ে সৃষ্টি কৰিছে আৰু পৃথিৱীয়ে সংহাৰ কৰিছে। যক্ষ্মা, কৰ্কটৰোগ, এন-কে-ফেলাইটিছ, চিকিৎসাহীন এইছ. আই. ভি, আৰু চিকিৎসা সামগ্ৰীয়ে ঢুকি নোপোৱা বেমাৰৰ ৰোগী বিলাকো পৃথিৱীতেই জন্ম আৰু সেইবিলাক ৰোগী পৃথিৱীতেই নিঃশেষ হৈছে। আকাশত বিচৰণ কৰি ফুৰা হেজাৰ হেজাৰ সংখ্যক চৰাই-চিৰিকতি কিন্তু মৃত্যুৰ পিছত আকাশত লয় নেযায়। সিহঁত পৃথিৱীত লয় যায়। সিহঁতৰ মৰাশ পৃথিৱীয়ে গ্ৰহণ কৰে ।

মানুহ, জন্তু, পশু বা উৰণীয়া চৰাই-চিৰিকতিৰ মৃত্যুৰ পিছত মৃত দেহৰ পৰা ওলোৱা দুৰ্গন্ধি সমুহ পৃথিৱীতে তীব্ৰভাবে অনুভূত হয়, পৃথিৱীয়ে যেন তালৈ কেৰেপ নকৰে। মানুহৰ কবৰ দিয়া মৃত দেহ বিলাক পৃথিৱীতে নোহোৱা হয়, পৃথিৱীয়ে সিবিলাক হেলাৰঙে গ্ৰহণ কৰে; দেহৰ মঙহ, নাড়ি-ভুৰি ক্ৰমে মাটিত মিহলি হৈ যায়, চিন চাব নোহোৱা হৈ যায়। ব্যতিক্ৰম নহ'লে মূৰৰ খোলা আৰু হাড় বিলাক কিছু বছৰলৈ পৃথিৱীৰ বুকুতেই জমা হয়। হয়তো সময়ৰ দীৰ্ঘত্বৰ হেচাত সি এসময়ত নিঃচিহ্ন হৈ যায়।

পৃথিৱীৰ বিখ্যাত বিখ্যাত ধনী ব্যৱসায়ী, ৰজা মহাৰজা বিলাকৰ কোনো অস্তিত্ব পৃথিৱীত বিশেষ ভাবে ৰক্ষা পৰা নাই; মৃত্যুৰ পিছত সাধাৰণ শ্ৰেণীৰ কৃষক, শ্ৰমিক, মধ্যবিত্ত, মেতৰ, মুচী, আদিৰ দৰে সেই সকলোৰে পৃথিৱীত বিলুপ্ত হৈছে। নেপলিয়ন বোনাপাৰ্ট, আলেকজেণ্ডাৰ, মহাৰাণী ভিক্টোৰীয়া, চাৰ্চ্চিল, ইটালিৰ মুছোলিনী, জাৰ্মেনীৰ হিটলাৰ, চীনৰ মাওঁ-ছে-টুং, ৰুছ দেশৰ লেনিন, ষ্টেলিন, ভাৰতৰ মহাত্মা গান্ধী, পাকিস্তানৰ জিন্না, ভাৰতৰ প্ৰয়াত নেতা পণ্ডিত নেহৰু, সুভাষ বসু আদি কোনো এজন নেতা বা শাসনকৰ্ত্তাৰ বা যুদ্ধ বিশাৰদৰ বিষয়ে প্ৰকৃতিয়ে পৃথক ভাবে ব্যৱস্থা কৰা নাই। এই সকল মৃত লোকো পৃথিৱীৰ আশ্ৰয়ত আশ্ৰয় গ্ৰহণ কাৰী মৃত লোক। বুদ্ধদেৱ, মহাবীৰ জৈন, হজৰত মহম্মদ, যীশুখ্ৰীষ্ট, নানক, গুৰু গোবিন্দ, ভীষ্ম, যুধিষ্ঠিৰ, ৰাম, কৃষ্ণ কোনো এজন লোককো পৃথিৱীয়ে বিশেষ ভাবে বিবেচনা কৰা নাই। হেজাৰ মুচী, সাধাৰণ শ্ৰমজীৱি মানুহ জনৰ যি অৱস্থা উচ্চ শ্ৰেণীৰ শাসক, যুঁজাৰু, সেনাপতি, মন্ত্ৰী, ৰাজনৈতিক নেতা, বক্তা, লেখক, সাহিত্যিক, ধৰ্ম প্ৰচাৰক, কল-কাৰখানাৰ মালিক, কৌটিপতি সকলোৰে একেই অৱস্থা। কোনো ৰজাই বা কোনো সেনাপতিয়ে বা কোনো জমিদাৰে পৃথিৱীখনক নিজৰ বুলি দাবী কৰি পাৰ্থিৱ

সম্পত্তি মৃত্যুৰ লগত লৈ যাব পৰা নাই। মানুহৰ মৃত্যুৰ পিছত মৃত লোকৰ সকলো সম্পত্তি পৃথিৱীত ৰৈ যায়, মৃতকৰ কেৱল নঙঠা দেহটো পৃথিৱীৰ বুকুত প্ৰবেশ কৰে বা জুইত পোৰা যায়। মাটি পোত যোৱা মৃত লোক সকল কোনো দিনে জী- নুঠে - সিহঁত পুনৰ জীৱন লাভ কৰিব বুলি কোনো কোনো ধৰ্মৰ মতে প্ৰচাৰ কৰে যদিও --সেই প্ৰচাৰৰ সত্যতাৰ কোনো প্ৰমাণ নাই। মৃত মানুহ জী- উঠাৰ কোনো উদাহৰণ মানুহে দেখা নাই বা অনুভৱ কৰা নাই। মানুহ জী- উঠিব বুলি অবাস্তৱ কল্পনা কৰিব পৰা যায়, কিন্তু সি কেৱল কল্পনাৰ সমষ্টিহে।

যি সকল মানুহে মনতে ভাবি আছে যে মৃত্যুৰ পিছত তেওঁ পুনৰ জী- উঠিব, সেই সকল মানুহে "মোৰ এই কথাষাৰ" শুনি মনতে দুখ পাব বা বেজাৰ পাব --ই সত্য। কিয়নো মৃত্যুৰ পিছত পুনৰ 'জী' উঠিব বুলি ভবাটো এটা ডাঙৰ কল্পনা। পুণৰ জী উঠিবলৈ কোনে আশা নকৰে! কিন্তু ফলহীন আশা কৰি কল্পনাৰ পিছে পিছে বাট বুলিলে মানুহে কোনো দিনে বাস্তৱ ফল নেপায়। বাইবেল ৰচিত হবৰ প্ৰায় দুহেজাৰ বছৰ পাৰ হ'ল। এই দুহেজাৰ বছৰৰ ভিতৰত কাৰোবাৰ পুনৰ বাৰ জন্ম হৈছে নে? বা হোৱাৰ উদাহৰণ আছেনে? এই দুহেজাৰ বছৰৰ ভিতৰত মৃত লোক সকল পৃথিৱীৰ বুকুত লুপ্ত হৈ গ'ল; দেহৰ মঙহ, শিৰা-উপশিৰা সকলো লুপ্ত হ'ল - এনে অৱস্থাত পুনৰ জন্মৰ কল্পনা কৰা উচিত হ'ব নে? তেনেদৰে হজৰত মহম্মদৰ জন্ম হ'বৰ ১৪০০ বছৰৰ ভিতৰতো কাৰো পুনৰ জন্ম হোৱা নাই।

মোৰ বোধেৰে ধৰ্ম প্ৰচাৰক মহাপুৰুষ সকলৰ উদ্দেশ্য আছিল মানুহক ন্যায় আৰু সজ পথত পৰিচালনা কৰা। পাপ কৰ্ম কৰি থাকিলে বিচাৰ হ'ব বুলি কোৱা আছে, আৰু কোৱা আছে বিচাৰত দোষী বুলি প্ৰমাণ হ'লে নৰক যন্ত্ৰনা ভুগিব লাগিব বুলি। নৰক যন্ত্ৰনাৰ কথা কোৱা হৈছে পাপৰ পৰা মানুহক ৰক্ষা কৰিবলৈ। পুনৰ জন্মৰ কাহিনীৰ আঁৰত আজি "জেহাদী সকলৰ সৃষ্টি কৰা হৈছে -এচাম স্বাৰ্থপৰ লোকৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে। ভৱিষ্যতৰ মুক্তি আৰু স্বৰ্গ বাসৰ বাসনা কৰি শ, শ যুৱকে জেহাদী দলত ভৰ্ত্তি হোৱাৰ কথা বাতৰি কাকতত প্ৰকাশ পাইছে। ভ্ৰান্ত ধাৰণা আৰু কল্পনাৰ পিছত ফুৰি মানুহে সীমাহীন ক্ষতিৰ সন্মুখীন হ'ব পাৰে, তালৈ মন কৰা উচিত।

মানুহে জন্ম লাভ কৰাৰ সময়ৰে পৰাই চলিত সমাজত খাপ খাবলৈ

যত্ন কৰে। সমাজৰ ৰীতি নীতি আৰু ব্যৱস্থা সমূহে ব্যক্তিজনক প্ৰভাৱিত কৰে। আজি যি খন সমাজত আমালোক জীয়াই আছো, সেই সমাজখন হ'ল "ব্যক্তিগত সম্পত্তিৰ" সমাজ। এজন মানুহে এটা জীৱনত কিমান উপাৰ্জন কৰিব তাৰ সীমা নাই। মানুহ জনৰ ব্যক্তিগত সম্পত্তিত হাত দিয়াৰ অধিকাৰ অইনৰ নাই। যি অৰ্জা যায় সেই ব্যক্তি জনৰ নিজৰ অধিকাৰ আৰু স্বত্ত্বৰ ভিতৰত। ৰজাই ৰাজত্ব কৰিব বিচাৰে, পুঁজিপতিয়ে তাৰ পুঁজি ৰক্ষা কৰিব বিচাৰে, জমিদাৰে তাৰ জমিদাৰী ৰক্ষা কৰিব বিচাৰে, কৌটি পতিয়ে তাৰ কল-কাৰখানা ৰক্ষা কৰিব বিচাৰে মানুহৰ জীৱনৰ এই ধাৰণা বিলাক মৰণৰ সময়লৈকে থাকি যায়। কিন্তু মৰণৰ সময়ত একো নিব নোৱাৰা পৰিস্থিতিৰ কথা মানুহে জীৱনভৰ চিন্তা নকৰে। সম্পত্তিৰ লোভ আৰু মোহ মানুহৰ জীৱনৰ চিৰ সংগীৰূপে চিহ্নিত হয়। জীয়াই থকা কালত সম্পত্তিক কেন্দ্ৰ কৰি আইন কানুন ৰচিত হয়, সাহিত্য, গল্প, সঙ্গীত ৰচিত হয়, শিল্পীৰ সাধনাতো সম্পত্তিয়ে মূখ্য স্থান পায়।

ইয়াৰ ভিতৰতো এচাম সমাজকৰ্মী, সমাজ চিন্তক, সমাজ হিতৈষী লোকৰ সৃষ্টি হয় যিয়ে ব্যক্তিগত স্বাৰ্থতকৈ সমাজৰ স্বাৰ্থক সকলোতকৈ ওপৰৰ আসনত স্থান দিয়ে। দুয়ো শ্ৰেণীৰ মানুহৰ মাজত চিন্তা ধাৰাৰ দ্বন্দ্ব প্ৰকট হৈ উঠে। এনে প্ৰকৃতিৰ দ্বন্দ্বৰ ফল হিচাপেই সমাজবাদী চিন্তা, সাম্যবাদী চিন্তা ধাৰাৰ জন্ম হৈছে। কঠোৰ শ্ৰমেৰে পৃথিৱীত উৎপাদন কৰা শ্ৰমিক, কৃষক, মধ্যবিত্ত শ্ৰেণীৰ মাজত বৰ্ত্তমান কালত অধিকাৰ সাব্যস্তৰ আন্দোলন ব্যাপক হাৰত জাগ্ৰত হৈছে। পৃথিৱীৰ কেবাখনো দেশত ৰাজনীতি, অৰ্থনীতি আৰু সমাজনীতিৰ পৰিৱৰ্ত্তন হৈছে। পৃথিৱীৰ এনে পৰিৱৰ্ত্তন নানান ভাবে নানান ৰূপত আৰু গতিত্ব হৈ আছে— এই গতিৰ মাত্ৰা সীমাহীন আৰু অনন্ত, আৰু অনন্ত কাললৈ বিভিন্ন ৰূপত, গঠনত ই চলি থাকিব; ই ধ্ৰুৱপ। মানুহ সমাজৰ জন্মৰ পৰা আজিলৈ বহু প্ৰকাৰৰ পৰিৱৰ্ত্তন হৈ আছে আৰু এই পৰিৱৰ্ত্তন চিৰ দিন হৈ থাকিব। প্ৰগতিৰ লক্ষ্য হৈছে গতিক বা পৰিৱৰ্ত্তনক আগুৱাই দিয়া।

সমাজ ব্যৱস্থাৰ পৰিৱৰ্ত্তন যি ধৰণেই নহওক, বা যি ধৰণেই পৰিৱৰ্ত্তন সূচনা নকৰক কিয়, ব্যক্তিগত ভাবে সকলো মানুহ মৃত্যুৰ মুখামুখি হ'বই লাগিব। সামাজিক অনুকুল পৰিস্থিতিত হয়তো জীৱনৰ কাল দীঘলীয়া, ৰোগহীন বা সুখী হ'ব পাৰে, কিন্তু তথাপিও মানুহৰ মৃত্যু অনিবাৰ্য্য। অনিবাৰ্য্য মৃত্যুক সাৰটি

লব লাগিব - আৰু অৱশেষত পৃথিৱীৰ বুকুত শেষ আশ্ৰয়, গ্ৰহণ কৰিব লাগিব। পৃথিৱীৰ মাটি, পানী, সকলো মানুহৰ শেষৰ আশ্ৰয় এই কথা মনতে চিন্তা কৰা উচিত। পৃথিৱীয়ে জন্ম দিছে, ই অৱশেষত গ্ৰহণ কৰিব।

শ্ৰেষ্ঠ গায়ক, গীতিকাৰ, বাদ্যকাৰ, নৰ্ত্তক, সাহিত্যিক, সঙ্গীতজ্ঞ, বাতৰি পৰিবেশক, নাট্যকাৰ, চিত্ৰশিল্পী, সৰ্ব্বশ্ৰেষ্ঠ ধনী, ৰাজনীতিক, শাসনকৰ্ত্তা, বৈজ্ঞানিক কোনো বাদ নপৰে; মৃত্যুই সকলোকে পৃথিৱীৰ বুকুত আশ্ৰয় দিব। সি সকলৰ চিন মোকাম নুই কৰিব জীৱন্ত কালৰ বীৰত্ব, গৰ্ব, অহংকাৰ, মতান্ধতা, ঘৃণা আৰু বিদ্বেষৰ ভাবৰ পৰিসমাপ্তি ঘটিব।

মানুহ আৰু জন্তু জীৱনৰ দৰে গছ-গছনি, লতা-পাত, বন-জঙ্ঘল বিলাকো একে অৱস্থাত নেথাকে। সিবিলাকো মৰিছে বা মৰিব, আৰু মৃত্যুৰ পিছত সেই গছ-গছনি বিলাকো পৃথিৱীৰ বুকুত লুপ্ত হৈ যাব। পৃথিৱীৰ বুকুখনি ইমান বিশাল, ইমান গভীৰ গ্ৰহণযোগ্যতা যে, সি ভাল বেয়া সুস্থ শৰীৰ, বেমাৰী সকলো ৰকমৰ পৰিস্থিতিৰ জীৱ সকলক গ্ৰহণ কৰিব পাৰে।

পৃথিৱীয়ে বেদনা অনুভব কৰে নে নকৰে নেজানো। কিন্তু পৃথিৱীখন হেজাৰ হেজাৰ স্থানত কটা-কটি হৈ আছে। ৰাস্তা পথ নলা নৰ্দমা মানুহৰ হৰেক ৰকমৰ উন্নয়নৰ কাম কাজৰ অজুহাতত কটা, খন্দা হৈ থকা দেখিছোহক। পৃথিৱীৰ কোনো প্ৰতিবাদ বা প্ৰত্যুত্তৰ দেখা নাই, পৃথিৱীৰ কোনো অভিযোগ বা বেদনাৰ উমান পোৱা নাই। পৃথিৱীৰ ওপৰত চলা আঘাত আৰু অপমানবোৰ পৃথিৱীয়ে যেন নিৰবে সহ্য কৰি গৈছে। কোনো প্ৰতিবাদ সাব্যস্ত কৰা নাই। প্ৰতিবাদ কৰা হ'লেও প্ৰতিবাদৰ ভাষা, শব্দৰ গাঁঠনি আৰু প্ৰতিবাদৰ প্ৰকাৰ মানুহে বুজি নেপায়। পৃথিৱীখন যেন ধৈৰ্যৰ সাগৰ, ধৈৰ্যৰ সাঁথৰ। পৃথিৱীৰ উপৰিভাগত আমাৰ যি খুচি আমি তাকেই কৰিছোঁ। পৃথিৱীখনত হাল বাই পৃথিৱীখনৰ খণ্ড বিখণ্ড কৰিছো; কোৰেৰে খান্দিছোঁ, যন্ত্ৰেৰে কাটিছো, দা, কুঠাৰেৰে সৰু সৰু খণ্ড কৰিছো, হাতুৰীৰে শিল ভাঙিছো। গান পাউদাৰ জ্বলাই পাহাৰ ফটাইছো, কুঠাৰেৰে প্ৰকাণ্ড প্ৰকাণ্ড গছবোৰ কাটিছো, কুঠাৰ ব্যৰ্থ হোৱাৰ পিছত যন্ত্ৰ চালিত কৰত ব্যৱহাৰ কৰি গছবোৰ কাটিছো, দা ব্যৱহাৰ কৰি বাঁহ, সৰু সৰু লতা জংঘল আদি কাটিছো। বন্দুক লাঠি আৰু বৰ্শা ব্যৱহাৰ কৰি বননিৰ উদণ্ড পশু বিলাকক হত্যা কৰিছো, -সিহঁতক হত্যা কৰাৰ পিছত সিহঁতৰ মাংস হয় নিজে ভক্ষণ কৰিছো নহয় অন্য কোনোবা শ্ৰেণীৰ জন্তুই ভক্ষণ কৰিছে।

কিছু তেজ, মঙহ, হাড়, চাল পৃথিৱীত লীন হৈ গৈছে। এনে হত্যাকাণ্ড বিলাকত পৃথিৱীৰ প্ৰতিক্ৰিয়া কি আমি নুবুজো বা বুজিবৰ সুত্ৰও উদ্ধাৰ কৰিব নোৱাৰো।

পৃথিৱীৰ শামুক বিলাকত মুকুতা, সাপৰ মূৰত মনি, সাগৰৰ বুকুত হীৰা, বিভিন্ন স্থানত সোণ, ৰূপ,লোহা, সীহ আদি মূল্যবান ধাতুবোৰ পোৱা যায়। পেট্ৰ'ল, ডিজেল, কেৰাচিন, কয়লা, চুম্বক আদি মূল্যবান সম্পদবোৰ পৃথিৱীৰে সৃষ্ট। পৃথিৱীৰ মানুহে এই বিলাক সামগ্ৰী ব্যৱহাৰ কৰে, নিজৰ প্ৰয়োজনৰ কাৰণে, আৰু ব্যৱসায়িক লুণ্ঠনৰ কাৰণে। অলংকাৰ আৰু ঔষধ হিচাপে ব্যৱহাৰ কৰা এই সামগ্ৰী সমূহ মানুহৰেই ব্যৱহাৰত আহে। মানুহৰ মাজত এই বিলাকৰ মূল্য যথেষ্ট বেছি আৰু উচ্চ হাৰত কিনা-বেচা হয়। এই বিলাক বিক্ৰী কৰি এক শ্ৰেণীৰ ব্যৱসায়ীয়ে প্ৰচুৰ মুনাফা অৰ্জন কৰে। এইবোৰ বস্তু মানুহে ব্যৱহাৰ কৰে বিভিন্ন ভাবে আৰু ই মানুহৰ প্ৰয়োজনৰ কাৰণেই মূল্যমানো বহু গুণে আগবঢ়া।

পৃথিৱীৰ বিভিন্ন চৰকাৰে এই সামগ্ৰী বিলাকৰ ওপৰত কৰৰ ব্যৱস্থা কৰে। বৰ্ত্তমান আইনৰ দ্বাৰা নিয়ন্ত্ৰণ কৰে। পেট্ৰ'ল, ডিজেল, কেৰাচিন, কয়লা, সোণ, ৰূপ আদিৰ খনি আছে। এই খনিবোৰ পৃথিৱীৰ বুকুতেই। এই বিলাকৰ ব্যৱসায়িক ভিত্তিত চলোৱাটোৰ কাৰণে চৰকাৰে অনুমতি পত্ৰ দিব লাগে। চৰকাৰেহে অনুমতি পত্ৰ দিব লাগে, ইয়াৰ মূল স্ৰষ্টা পৃথিৱীৰ পৰা কোনো অনুমতি লোৱাৰ প্ৰয়োজন নাই। পৃথিৱী ইমান বিশাল, উদাৰ আৰু মহান!

পৃথিৱীৰ সম্পদ ব্যৱহাৰ কৰি মানুহে বিজুলি তৈয়াৰ কৰে। বিজুলিয়ে এন্ধাৰ দূৰ কৰে, ঘৰে ঘৰে পোহৰ বিলায়, বিজুলিৰ সহায়ত প্ৰকাণ্ড প্ৰকাণ্ড উদ্যোগ আৰু কল-কাৰখানা চলে। বিজুলি নহ'লে আধুনিক বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অগ্ৰগতি আগবাঢ়িব নোৱাৰে।

পৃথিৱীত জাহাজ, ৰেলগাড়ী, উৰাজাহাজ মটৰ গাড়ী - এই সমষ্ট উদ্যোগ পৃথিৱীৰ পৰাই সৃষ্ট। বৰ্ত্তমান সভ্যতাৰ বাহক টেলিভিছন, ৰেডিঅ', ফোণ, তাৰহীন ফোণ, টেলিগ্ৰাম বাদ্য সামগ্ৰী সমূহ তৈয়াৰ কৰা হৈছে পৃথিৱীৰ সম্পদেৰে; পৃথিৱীৰ এই সম্পৰ্কীয় দৰকাৰী সম্পদবোৰ নথকা হেতেন এইবোৰ প্ৰতিষ্ঠান/অনুষ্ঠান তৈয়াৰ কৰিব পৰা নহ'লহেতেন। এই সম্পদবোৰ পৃথিৱীৰ বাহিৰৰ পৰা অনা সম্পদ নহয় পৃথিৱীৰ নিজৰ বুকুৰ সৃষ্ট সম্পদেৰে এই ধাতুৰ কাৰখানা, ব্যৱসায়িক কেন্দ্ৰ গঢ়ি উঠাৰ বাবে পৃথিৱীয়ে কিন্তু গৌৰৱ কৰা নাই।

কোনো গৌৰৱ বা অনুভূতি প্ৰকাশ নকৰি পৃথিৱীয়ে সু মহান মহত্বৰ পৰিচয় দিছে।

## কৃষি জীৱন

পৃথিৱীত কৃষিৰ প্ৰকাশ আৰু বিকাশ সভ্যতাৰ বিকাশ আনুসঙ্গিক ঘটনা। খেতিৰ বিষয়ে জ্ঞান নথকা আদিম বৰ্বৰ যুগৰ মানুহৰ সভ্যতাৰ প্ৰকাশ সৃষ্টি হয় কৃষিৰ মাধ্যমেৰে। কৃষি কৰ্ম নথকাৰ আগতে মানুহে কৃষিৰ পৰা পাব পৰা সভ্যতাৰ উপহাৰ ফেৰ পোৱা নাছিল। পৃথিৱীৰ কোনো কোনো মানুহে সেই কাল ছোৱাত গৰু, ছাগলী বিভিন্ন চৰাই চৃকতি পুহি জীৱিকা নিৰ্ব্বাহ কৰাৰ কাহিনী পোৱা যায়। কিন্তু লাহে লাহে মানুহে কৃষি কৰ্মত নিজকে নিয়োজিত কৰে আৰু ক্ৰমে ক্ৰমে কৃষি সভ্যতাই মানুহক সীমাহীন অৱদান যোগান ধৰে। কৃষি কাৰ্য্য নকৰা মানুহ আগৰ কালত আছিল অঘৰীৰ দৰে, ঘুৰিফুৰা লোক। কৃষি জীৱন আৰম্ভ কৰাৰ লগে লগে মানুহৰ স্থায়ী বসতি, স্থায়ী ঘৰ-দুৱাৰ, স্থায়ী বসতিৰ স্থান স্থিৰ কৰাৰ প্ৰয়োজন হয়। কৃষিৰ বিভিন্ন অভিজ্ঞতাৰ পৰা মানুহে নিত্য নতুন অভিজ্ঞতা আৰু জ্ঞান আহৰণ কৰে আধুনিক সভ্যতাৰ বন্ধ দুৱাৰ মেল খায়, আৰু মানুহে কৃষিৰ উন্নতিৰ লগে লগে শিক্ষা-দীক্ষা গ্ৰহণৰ শিক্ষানুষ্ঠান স্কুল, কলেজ লাহে লাহে গঢ়ি তোলে। লাহে লাহে মানুহৰ অঘৰী জীৱনৰ প্ৰায় অৱসান হয়, আৰু মানুহে গাওঁ পাতি, ঘৰ সাজি, সমাজ পাতি বাস কৰিবলৈ লয়। সেই যুগত হয়তো উদ্যোগ প্ৰতিষ্ঠান, কল-কাৰখান আজিৰ দৰে গঢ়ি উঠা নাছিল। প্ৰভাৱশালী ধনী কৃষকৰ লাহে লাহে আৱিৰ্ভাৱ হয়, আৰু তেনে লোকৰ তলত শ্ৰম বিক্ৰী কৰাৰ কাৰণে এদল শ্ৰম দান কাৰী কৃষকৰো সৃষ্টি হয়। সেই সকল কৃষকেই ভৱিষ্যতৰ দাস, কৃতদাস, ভূমিদাস আৰু কৃষি মজদুৰ হিচাপে পৰিগণিত হয়।

কৃষি কৰ্মৰ উৎপাদিত শস্য বিক্ৰী কৰাৰ বাবে বজাৰৰ প্ৰয়োজনীয়তা গঢ়ি উঠে। বিদেশত ব্যৱসায়িক কেন্দ্ৰ গঢ়ি তোলাৰ প্ৰয়োজন হয়। পশ্চিম ভাৰতত কৃষিৰ উৎপাদন বিক্ৰিৰ কাৰণে প্ৰাচীন কালত মিছৰ, বেবিলন, চীন আদি দেশ বাচি লোৱাৰ উদাহৰণ আছে, আৰু সেই সেই দেশ বিলাকত ভাৰতৰ সৈতে বিভিন্ন সামগ্ৰী লেন-দেন কৰাৰ উদাহৰণ ইতিহাসত আছে।

কৃষি কৰ্মৰ উন্নতিৰ লগে লগে গাওঁ অঞ্চলত লাহে লাহে চহৰৰ গঠন

হেনো আৰম্ভ হয়। পশ্চিম ভাৰতৰ কেবাখনো ঠাইত তেনে ধৰণৰ চহৰ স্থাপন হোৱাৰ সম্পৰ্কে প্ৰকাশ পাইছে।

(ক) কৃষি কাৰ্য্য প্ৰচলন হোৱাৰ ফলত অঘৰী জীৱনৰ পৰিসমাপ্তি ঘটে।

(খ) স্থায়ী গাওঁ আৰু পিছত স্থায়ী চহৰ পতাৰ মানসিকতা গঢ়ি উঠে।

(গ) সাহিত্য, সংস্কৃতি, কলা, বিজ্ঞান আৰম্ভ হয়।

(ঘ) ব্যৱসায় বাণিজ্যই স্থিতি লাভ কৰে, - বিভিন্ন দেশলৈ বিয়পি পৰে।

(ঙ) কৃষিক কেন্দ্ৰ কৰিয়েই পৰিৱৰ্ত্তী কালত "শিল্পযুগৰ " আৰম্ভন হয়।

(চ) মানুহৰ জীৱন ধাৰণ আৰু জীৱিকা নিৰ্বাহৰ পদ্ধতিৰ আমূল পৰিৱৰ্ত্তন হয়।

(ছ) ৰজা, "ৰাজতন্ত্ৰ", জমিদাৰতন্ত্ৰৰ আৰম্ভণ হয়।

(জ) মাটিক কেন্দ্ৰ কৰি বিবাদ বিচ্ছেদৰ সৃষ্টি হয়।

(ঝ ) কৃষিক ভিত্তি কৰি তন্ত্ৰবাদৰ সৃষ্টি হয়।

(ঞ) কৃষিৰ উন্নত মান বৃদ্ধি হোৱাৰ লগে লগে সাহিত্য, সংস্কৃতিৰ বিকাশ আৰম্ভণ হয়।

(ট) ৰাজনৈতিক পৰিকাঠামোৰ নতুন ৰূপৰ উদ্ভাৱন হয়।

কৃষিৰ প্ৰগতিৰ লগে লগে পৃথিৱীৰ নদীৰ পানীৰ সু-ব্যৱস্থাৰ কাৰণে পানী ব্যৱহাৰৰ আঁচনি, বান্ধ প্ৰকল্প, জঙ্ঘল পৰিস্কাৰ কৰণ আদি নিত্য নতুন কাৰ্য্যধাৰা সৃষ্টি হয়। পৃথিৱীৰ গভীৰ জঙ্ঘলৰ ঠাইত সৌন্দৰ্য্যশালী কৃষি পথাৰে জন্ম গ্ৰহণ কৰে। মানুহৰ জীৱন ধাৰণৰ পৰিৱৰ্ত্তনৰ সূচনা হয়। কৃষি ভিত্তিক পূজা পাৰ্বণ মানুহে অনুষ্ঠিত কৰে। পৃথিৱী, নদী, সাগৰ, পৰ্বত, সাপ আদি সংহাৰি আৰু মাৰাত্মক জন্তু জানোৱাৰক বশ কৰিবলৈ হৰেক পদ্ধতিৰ পূজা পাৰ্বণৰ সূচনা কৰা হয়। দেশত ধৰ্মগুৰু, সন্ত, সদাচাৰী আৰু ন্যায়পৰায়ণ লোক লেখক আৰু প্ৰবক্তা সকলৰ আবিৰ্ভাৱ হয়। সমগ্ৰ পৃথিৱীৰ চেহেৰাৰ পৰিৱৰ্ত্তন হয়, - ৰূপৰ ন, ন ছবি প্ৰতিভাত হয়। এনে সময়তো পৃথিৱীৰ ফালৰ পৰা কোনো প্ৰতিক্ৰিয়া প্ৰকাশ পাইছেনে?

সামন্তবাদী সমাজ ব্যৱস্থাত কৃষকে চকুপানী টোকে, কৃষকে তাৰ

অধিকাৰ বিচাৰি আন্দোলন কৰে আত্মজাহ যায়। জীৱন আহুতি দিয়ে, জমিদাৰ আৰু ৰাজতন্ত্ৰৰ দলনৰ পৰা মুক্তি বিচাৰি, বিশ্বজুৰি আন্দোলনৰ সৃষ্টি কৰে। কোনো সকাহ বা মুক্তিৰ আশা দেখেনে? এই স্বত্তেও পৃথিৱী নিৰৱ দৰ্শক। পৃথিৱীৰ নিৰৱতা বা সন্মোহিত ধৈৰ্য্য, আৰু সংবেদনহীনতাই সাধাৰণ শ্ৰেণীৰ লোকক ব্যাকুল আৰু অসহনীয় কৰি তোলে।

পৃথিৱীত কৃষি জীৱনে নতুন বিপ্লৱৰ সূচনা কৰে। সামন্তবাদ, দাস যুগৰ হেচাত দুখীয়া কৃষক সকল কিন্তু দিশহাৰা হৈ উঠে। তেওঁলোকৰ জীৱন জীৱিকা ধাৰণৰ পথ উন্মূক্ত নহ'ল, তাৰ কাৰণে বিভিন্ন দেশত বিপ্লৱে পোখা মেলে।

সময়ৰ অগা পিছাকৈ বিশ্বৰ সকলো দেশতে ভিন্ন ভিন্ন সময়ত অধিকাৰ বিচৰা কৃষকৰ আন্দোলন বা জাগৰণৰ সৃষ্টি হয়। ইউৰোপ এছিয়া, আফ্রিকা, আমেৰিকা, অষ্ট্ৰেলিয়া কোনো মহাদেশ কৃষক আন্দোলনৰ পৰা বাদ পৰা নাই। আন্দোলন বিলাকৰ কাৰ্য্যসূচী, কাৰ্য্যধাৰা, প্ৰকৃতি দেখাত বেলেগ বেলেগ যেন দেখা গ'লেও মুঠতে অধিকাৰৰ স্বত্ত্ব বিচাৰি কৰা আন্দোলনৰ সূচী। ইংলেণ্ড, ফ্ৰান্স, ইটালী, জাৰ্মাণ, গ্ৰীছ, পৰ্টুগাল, ৰাছিয়া, চীন দেশ, মালেছিয়া, ভাৰতবৰ্ষ, সিংহল, – সমগ্ৰ পৃথিৱী জুৰি কৃষকৰ আন্দোলন জাগ্ৰত হয়, এই জাগৃতি বিলাকত প্ৰচুৰ ক্ষয় ক্ষতিৰ সম্মুখীন হৈ আন্দোলন বিলাক অপৰাজেয় হৈ থাকে; আৰু সেই আন্দোলন বিলাকৰ মাধ্যমেৰে বিভিন্ন শ্ৰেণীৰ বিকাশৰ বাট খোলা হয়। অন্ধ্ৰপ্ৰদেশৰ টেলেঙ্গনাৰ আন্দোলন, বংগদেশৰ তেভাগা আন্দোলন, নক্সালপন্থী সকলৰ নক্সালপন্থী কৃষক আন্দোলন, মহাৰাষ্ট্ৰ, মাদ্ৰাজ আদি বিভিন্ন ঠাইত হোৱা কৃষক আন্দোলন, অসমৰ কৃষক আন্দোলন সেই আন্দোলন বিলাকত প্ৰাণ উছৰ্গা কৰা বীৰ সকলৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শনৰ বীৰত্বপুৰ্ণ কাহিনীয়ে মানুহৰ মন চকিত কৰি তোলে-- প্ৰেৰণাৰে মন জাগ্ৰত হয়।

বৃটিছ, ফৰাচী আৰু ভাৰতীয় মাটি মালিক, জমিদাৰ বিলাকৰ বিপক্ষে হোৱা আন্দোলনৰ তীব্ৰতা মানুহৰ মনৰ পৰা দূৰ নহয়।

১৮৫৯-৬২ চনত বঙ্গদেশ, বিহাৰ আৰু উৰিষ্যাৰ নীল কৃষকৰ আন্দোলন, ওৱাহাবী আন্দোলন, নামধাৰী শিখৰ আন্দোলন, ফাৰকেৰ পৰিচালিত কৃষক বিদ্ৰোহ, মাদ্ৰাজৰ ৰামপাৰ অভ্যুত্থান, কম্বেৰ কৃষক বিদ্ৰোহ, পাঠান আৰু নগাসকলৰ বিদ্ৰোহ, ১৮৯৩-৯৪ চনত পাথৰুঘাট, ৰঙিয়া, ৰচিমা, বৰমা, নলবাৰীৰ কৃষকসকলৰ বিদ্ৰোহ, মণিপুৰৰ টিকেন্দ্ৰিজিতৰ নেতৃত্বত কৃষক আন্দোলন,

খিলাফৎ আন্দোলন, ১৯২১-২২ চনৰ পঞ্জাবৰ মহন্ত বিৰোধী আন্দোলন, কেৰেলাৰ মোপলা বিদ্রোহ, ১৯৪৬ চনত দেশজুৰি হোৱা কৃষক আন্দোলন, পঞ্জাৱৰ লায়ালপুৰৰ খাজনা হ্রাসৰ আন্দোলন, বোম্বাইৰ ওৱাৰ্লি মহাজন সকলৰ বিৰুদ্ধে হোৱা আন্দোলন আৰু অসম আৰু জম্মু কাশ্মিৰৰ কৃষক আন্দোলন, এই আন্দোলন বিলাকৰ হেজাৰ হেজাৰ কৃষকৰ আত্মত্যাগ আৰু জীৱন দানৰ কাহিনী বুৰঞ্জীত উজ্বল হৈ আছে।

এই আন্দোলন বিলাকত হেজাৰ বিজাৰ কৃষক, পিতৃ, মাতৃ, সন্তান সন্ততিয়ে আত্মত্যাগ কৰি পৃথিৱীত খলকনিৰ সৃষ্টি কৰিছে। কিন্তু এই সম্পৰ্কেও পৃথিৱী নিমাত, নিশ্চল, কোনো প্ৰকাৰৰ প্ৰতিক্ৰিয়া বা প্ৰক্ৰিয়া প্ৰকাশ কৰা নাই পৃথিৱীয়ে। ইমানবোৰ হত্যাকাণ্ড, সম্পত্তি বিনাশ, প্ৰাণ বিনাশেও পৃথিৱীৰ মনত যেন কোনো প্ৰতিক্ৰিয়া সৃষ্টি কৰা নাই। পৃথিৱীয়ে কোনো কাৰণতে ধৈৰ্য্য হেৰুৱা নাই। বিদেশী সম্রাজ্যবাদী শক্তি, বৃটিছ, ফৰাছী,দাছ আৰু পৰ্টুগালে ভাৰতবৰ্ষৰ ঠায়ে ঠায়ে আধিপত্য বিস্তাৰ কৰে আৰু সাম্রাজ্যবাদে ভাৰতবৰ্ষৰ বৃহত্তৰ ভুখণ্ডৰ ডাঙৰ ডাঙৰ অঞ্চলবোৰ দখল কৰি সিহঁতৰ দেশত শোষণৰ ক্ষেত্ৰ তৈয়াৰ কৰে। কৃষকৰ ওপৰত খাজনা বৃদ্ধি কৰি, প্ৰয়োজনীয় সামগ্ৰী সমুহৰ ওপৰত মূল্য যুক্তিহীনভাবে বৃদ্ধি কৰি, দেশৰ কৃষক, শ্ৰমিক, মধ্যবিত্ত শ্ৰেণীক শোষণ কৰিছিল। বিদেশত উৎপাদিত দ্ৰব্য সামগ্ৰী ভাৰতত বিক্ৰী কৰি ভাৰতৰ মানুহক ঠগিছিল আৰু শোষণ কৰিছিল। ভাৰতৰ কৃষক, শ্ৰমিক আৰু দেশপ্ৰেমী মধ্যবিত্তই এই সাম্রাজ্যবাদী শক্তি বিলাকৰ বিৰুদ্ধে এবাৰ নহয় দুবাৰ নহয় বহুবাৰ তীব্ৰতৰ সংগ্ৰাম কৰিছিল। ৰেললাইন, ৰেলৰে দলং, ৰেলগাড়ী, ষ্টেচন, চৰকাৰী অফিচবিলাক ধ্বংস কৰিছিল। বাধাদান কাৰী পুলিছ আৰু সামৰিক বাহিনীৰ বহু লোকক বধ কৰিছিল। ডাকঘৰ আনকি চৰকাৰী শিক্ষাকেন্দ্ৰ বিলাকো ধ্বংস কৰিছিল। দেশখনত হেজাৰ হেজাৰ বিপ্লৱী সষ্টম হৈ দেশৰ ৰাজনীতি আৰু অৰ্থনীতিৰ প্ৰচুৰ ৰদ বদল হ'বলৈ বাধ্য কৰিছিল। সম্রাজ্যবাদী হতৰ বিৰুদ্ধে হোৱা সংগ্ৰামত পৃথিৱী কিন্তু নিমাত। সম্রাজ্যবাদৰ বিৰুদ্ধে পৃথিৱীখনৰ কোনো প্ৰতিক্ৰিয়া নাই। পৃথিৱী নিমাত নিস্তব্ধ, পৃথিৱী যেন অনুভূতিহীন।

## ভূমিকম্পৰ ধ্বংস আৰু সৃষ্টি

ভূ-কম্পন সৃষ্টি কৰে পৃথিৱীয়ে,--- ইয়াত সৌৰ শক্তিৰ ভুমিকা থাকিব

পাৰে। ভূ-কম্পন বিলাকতত লাখ লাখ, হেজাৰ হেজাৰ জীৱন নাশ হয়। পৃথিৱীৰ সকলোবোৰ দেশতে ভূমিকম্প হৈ আছে। কিছুমান অঞ্চলত ভূ-কম্পন নিয়মীয়াকৈ হয়। চীন, জাপান, কোৰিয়া আদি অঞ্চল ভূ-কম্পন অঞ্চল ৰূপে চিহ্নিত। তুৰস্কত কেবাবাৰো ধ্বংসমূখী ভূমিকম্পই মানুহৰ জীৱন আৰু আৰ্থিক ক্ষেত্ৰত প্ৰভুত ক্ষতি কৰিছে। ইৰাকত সৰ্ব্বনাশীয় ভূমিকম্প হৈ গৈছে। ভাৰত, বাংলাদেশ আৰু বৰ্ত্তমান পাকিস্তান অঞ্চলতো বহুবাৰ ধ্বংসমূখী ভূমিকম্প হৈ গৈছে। ১৯৩৪ চনত ভাৰতৰ পূব প্ৰান্তৰ ভূমিকম্পত প্ৰচুৰ ক্ষতি হৈছিল। ডাঃ ৰাজেন্দ্ৰ প্ৰসাদ আৰু এদল নেতাই বিহাৰৰ ভূমিকম্পৰ ক্ষতি ৰোধ কৰিবলৈ আৰু জনসেৱাৰ কামত নিজকে আত্মনিয়োগ কৰিবলৈ অহোপুৰুষাৰ্থ কৰা ঘটনা বুৰঞ্জীত আছে।

১৯৫০ চনত অসমত হোৱা ভূমিকম্প জনিত ক্ষতিৰ কথা অসমৰ মানুহে জানে। পাহাৰ, শিল, জনবসতি অঞ্চল সমূহ এনেদৰে ক্ষতিগ্ৰস্ত হৈছিল যে ভাবিব নোৱাৰি। উভলা গছ শ, শ দাল ভাহি আহিছিল। ভাহি অহা গছৰ সংখ্যা ইমান বেছি আছিল যে গছত উঠি ব্ৰহ্মপুত্ৰ পাৰ হ'ব পৰা হৈছিল। গৰু, ম'হ, ঘোঁৰা আদি ঘৰচীয়া জন্তু বিলাকৰ মৃত্যু আছিল সীমাহীন। ১৮৯৭ চনত অসমত হোৱা ভূমিকম্পতো কিমান মানুহ মৰিল বৃটিছে সঠিক ৰেকৰ্ড নকৰিলে। তেতিয়াৰ বয়স্থ লোক বিলাক বুঢ়া হোৱাত, সেই সকল বুঢ়াৰ পৰা শুনাৰ সৌভাগ্য হৈছিল। তেওঁলোকে কৈছিল যে, ভূমিকম্প কিমান শক্তিৰ সঠিককৈ কব নোৱাৰো। কিন্তু আমালোক থকা অঞ্চল বিলাক বালি আৰু পানীয়ে নিঃশেষ কৰি আমাক ভীকহুত পৰিণত কৰিছিল। ভুঁইকপৰ পিছত হোৱা কলেৰা আৰু বসন্তত কিমান মানুহ মৰিল তাৰ হিচাব নাই। মানুহৰ মৃত্যু এনেদৰে হৈছিল যে এটা শ স্মশানত থৈ আহি সেই একেদাল বাহেৰেই কেবাজনো লোকক স্মশানত ৰাখি অহা হৈছিল। সেই বছৰতে বোম্বেত প্লেগ মহামাৰিৰ সৃষ্টি হয়, - বহু লোক মৰা পৰে প্ৰায় ৩ কোটি লোক দুৰ্ভিক্ষৰ কবলত পৰে । ১৮৯৯-১৯০০ খৃষ্টাব্দত গুজৰাট, মহাৰাষ্ট্ৰ আৰু মধ্যপ্ৰদেশত দুৰ্ভিক্ষই দেখা দিয়ে।

সম্প্ৰতি লাটুৰত আৰু হিমাচল প্ৰদেশত হোৱা ক্ষতিৰ পৰিমাণৰ কথা ভাবিবই নোৱাৰি। ভূমিকম্পৰ পিছত আকাল, মহামাৰি, দুৰ্ভিক্ষই জন্ম লাভ কৰে আৰু হেজাৰ হেজাৰ লোকৰ জীৱন ধ্বংস কৰে।

ভুঁইকপত মাটিত তীব্ৰ কম্পনৰ সৃষ্টি হয়। মাটি ফাটি বালি, বোকা বাহিৰ

হয়। শিলৰ পাহাৰবোৰ ভাঙি পৰে। ডাঙৰ সৰু অট্টালিকা বিলাক মাটিৰ লগত মিলি যায়। কৃষিভূমি নষ্ট হয়, দ ঠাই ওখ হয় আৰু ওখ ঠাই দ হয়। পাহাৰ আৰু সমতলৰ বহু অঞ্চল বহি গৈ বিল, নদীৰ সৃষ্টি হয় পাহাৰবোৰ তললৈ বহি গৈ প্ৰকাণ্ড প্ৰকাণ্ড বিলৰ সৃষ্টি হয়, এনেদৰে হৈছিল ১৮৯৮ চনৰ ভুঁইকপতো।

গুৱাহাটীৰ ওচৰে পাজৰে থকা বহু বিল ভুঁইকপত সৃষ্টি হোৱা। দ্বীপৰ বিল, কাপলা বিল, বটুৰাবিল, লোহাৰ ঘাটৰ বিল আৰু বিভিন্ন বিল ১৮৯৭ চনৰ ভুঁইকপৰ কম্পনৰ ফল। কামৰূপ আৰু গোৱালপাৰা জিলাৰ বহু বিল সৃষ্টি হয়, বহু পাহাৰ ফাটি তললৈ গছ-গছনি বহি যায়। বহু নদী মৰা পৰে, কিছুমান নদীৰ সোঁতৰ পৰিৱৰ্ত্তন হয়। সেই সময়তে পাগলদিয়া নদীৰ সোঁত পশ্চিম নলবাৰী অঞ্চলত পৰিৱৰ্ত্তন হয়, সেই অঞ্চলত 'মৰানদী' নামেৰে নৈৰ অৱশিষ্ট আজি পৰ্য্যন্ত বিদ্যমান হৈ আছে।

ভুঁইকপে পৃথিৱীৰ বুকুত জমা হৈ থকা কৌটি কৌটি টকা মূল্যৰ সা-সামগ্ৰী উজাৰি দিয়ে, আৰু পৃথিৱীৰ ওপৰভাগৰ মূল্যবান সা-সম্পদ, হেজাৰ হেজাৰ জীৱন বিনাশ কৰে। পৃথিৱীয়ে ভুঁইকপৰ মাজেদি মহাপ্ৰলয়ৰ সৃষ্টি কৰে, অভাৱনীয় ধ্বংস আৰু বিপদৰ সৃষ্টি কৰে। ভুঁইকপ মানুহে সৃষ্টি কৰা কাৰ্য্য নহয়। ই প্ৰকৃতিৰ কাৰ্য্য, মূলতঃ পৃথিৱীৰ কাৰ্য্য। পৃথিৱীয়ে এই ভুঁইকপৰ বিৰুদ্ধে কোনো হস্তক্ষেপ নকৰে। ভু-কম্পনে কৰা ধ্বংস কিন্তু পৃথিৱীয়ে নিৰৱ দৰ্শকৰ দৰে চাই থাকে; ভু-কম্পন বন্ধ কৰিবলৈ, তাৰ ধ্বংস লীলা কমাবলৈ কোনো প্ৰচেষ্টা পৃথিৱীৰ ফালৰ পৰা নাই।

মানুহৰ মনত পৰা দিনৰে পৰাই ভু-কম্পন হৈ আছে এনে ভু-কম্পনে পৃথিৱীৰ ক্ষতি সাধন কৰিছে; পৃথিৱীৰ চেহেৰা ও গঠনৰ পৰিৱৰ্ত্তন ঘটাইছে —অথচ পৃথিৱীয়ে কেৱল সাক্ষীৰ দৰে ভুইকপ দৰ্শন কৰি আছে।

## ধুমুহা-বতাহ, শিল-বৰষুণ

ধুমুহা, প্ৰচণ্ড বতাহ, শিলাবৃষ্টি, বৰষুণৰ আক্ৰমনে মানুহৰ ব্যক্তিগত জীৱন আৰু সামাজিক জীৱনত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। বিশেষকৈ ফাগুন, চ'ত, ব'হাগ, জেঠ আৰু আহাৰ মাহৰ তীব্ৰ ধুমুহাই ভাৰতৰ লাখ লাখ মানুহৰ জীৱনলৈ মাতি আনে তীব্ৰ সংকট। ধুমুহাই মানুহ বাস কৰা ঘৰ-দুৱাৰ ভাঙি পেলায়,

গছ-গছনি উভালি নষ্ট কৰে ৰাজহুৱা অনুষ্ঠান- প্ৰতিষ্ঠান বিলাক ভাঙি পেলায়। ধুমুহা যি সময়ত শক্তিশালী হৈ আহে মানুহে প্ৰতিৰোধ কৰিব নোৱাৰে, ধুমুহা প্ৰতিৰোধ কৰিবলৈ সজা মজবুট ঘৰ-দুৱাৰ ধুমুহাই ধূলিসাৎ কৰা দেখিছো। ধুমুহা বতাহৰ প্ৰাধান্য যেন সকলো শক্তিৰ ওপৰতে এই ৰকমৰ ধাৰণা ঘটনা ঘটাৰ সময়ত সৃষ্টি হয়। ধুমুহা বতাহৰ ফলত মাজে মাজে শিল আৰু বৰষুণ পৰে। শিল বৰষুণে খেতিখালাৰ শস্যবোৰ নষ্ট কৰে, কোনো কোনো ক্ষেত্ৰত মানুহৰ জীৱনো নষ্ট কৰে। পথাৰৰ পকা ধান, পকা গ'ম, তেলজাতীয় শস্য, আলু, পিয়াজ, কবি, মূলা, জিকা, নিলাজী আদি কৃষিজাত সামগ্ৰী সমূহ সমূলঞ্চে ধ্বংস কৰে, নাইবা আংশিক ভাবে নষ্ট কৰি পেলায়। চালৰ লাও, কোমোৰা, জিকা, তিয়ঁহ, নিলাজী, পটল, ভেণ্ডি জাতীয় শস্য বিলাক তেনেই নষ্ট হয়। কৃষকৰ আৰ্থিক জীৱন ভাঙি-চিঙি চুৰমাৰ কৰি পেলায়।

ধুমুহা-বতাহ, শিল-বৰষুণৰ আক্ৰমণ সূৰ্য্যৰ কৰ্মধাৰাতেই সৃষ্টি হয়, পৃথিৱীৰ মাধ্যাকৰ্ষণ আৰু আৱৰ্ত্তন বিৱৰ্ত্তনৰ ফলত। এই ঘটানা বিলাকৰ প্ৰতি পৃথিৱী অজ্ঞ বা অজ্ঞান নহয়। সূৰ্য্যৰ তাপৰ ক্ৰিয়া কৰ্মৰ পৰিণতিত পৃথিৱীতেই ধুমুহা-বতাহ, শিল-বৰষুণৰ ধ্বংসমুখী কাৰ্য্য সম্পাদিত হয়। আৰু পৃথিৱীৰ যেন এই বিষয়ত কোনো দায়ীত্ব নাই। পৃথিৱীৰেই বতাহ, মাটি, পানী আৰু পৃথিৱীখনেই সূৰ্য্যৰ তাপৰ বিকীৰণ কৰি অভাৱনীয় অৱস্থাৰ সৃষ্টি কৰে। পৃথিৱীৰ বুকুত ওপজা প্ৰাণীসমুহ ধ্বংস হয়, পৃথিৱীৰ খেতি-বাতি, ঘৰ-দুৱাৰ অযথা নষ্ট হয়, - অথচ পৃথিৱী যেন নিৰ্ব্বিকাৰ।

ধুমুহা, বতাহ, শিল-বৰষুণৰ সৈতে বানপানী আৰু ভুইকপ মিলিত হ'লে যি প্ৰচণ্ড ক্ষয় ক্ষতি সাধন হয়, পৃথিৱীৰ বহু দেশত তাৰ উদাহৰণ দেখা গৈছে। এই ভয়ংকৰ ঘটনাৰ ফলশ্ৰুতি হিচাপে পৃথিৱীৰ বিভিন্ন ঠাইত সিঁচৰিত হৈ থকা ভগা-চিগা বস্তু সমূহৰ অংশ বিশেষ আৰু টুকুৰাবোৰ কিন্তু বিচ্ছিন্ন হৈ পৃথিৱীত সিঁচৰিত হৈ থকা দেখা যায়। তেনেদৰে সিঁচৰিত হৈ পৰি থাকিবৰ বাৰু কিমান দিন হ'ব পাৰে? এনে চিহ্ন বোৰ ২/৩/৪/ বছৰৰ ভিতৰতে বিলু প্ত হৈ যায়। প্ৰকৃতিয়ে কৰক নক ৰক, প্ৰকৃতিৰ হৈ মানুহেই নিজ প্ৰয়োজনত এই কাৰ্য্যবোৰ কৰে। ভগা চৰকাৰী ঘৰ, দলং, মথাউৰি পুনৰ নিৰ্মাণ কাৰ্য্য আৰম্ভ হয়। পুনৰ নতুন বৰষুণ, বতাহ, বানপানী, শিল বৰষুণ আৰু ভুঁইকপৰ সম্মুখীন হ'ব লগা হয় । প্ৰকৃতিৰ এই ধ্বংস কাৰ্য্যই পৰৱৰ্ত্তী দিনত সৃষ্টিমূলক নতুন কৰ্ম ৰাজীৰ আহ্বান জনায়। কিছুমানে উত্তৰ

দিয়ে 'হয়' বুলি, কিছুমানে কয় 'নহয়' বুলি। প্ৰগতিশীল বিকাশৰ বিষয়ে চিন্তা কৰিলে বুজা যায় যে নতুন নতুন ঘটনা বিলাকত সৃষ্টিমূলক কামৰ আৰম্ভণ হয়। সেই দৃষ্টি ভংগীৰে বিচাৰ কৰিলে বুজা যায় যে পৰৱৰ্ত্তী কালত হোৱা সংশোধিত কাৰ্য্য বিলাকে নতুন নতুন সৃষ্টিৰ কামত হে নিয়োজিত হয়। এনে ধ্বংস বিলাক নতুনৰ সৃষ্টিৰ কাৰণে হোৱা। এই ধ্বংস বিলাকে পৃথিৱীৰ দৰচলতে ক্ষতি সাধন নকৰে, পৃথিৱীত নতুন নতুনৰ সৃষ্টিহে কৰে। এনে নতুনৰ সৃষ্টিৰ কথা সকলো ক্ষেত্ৰতে প্ৰযোজ্য বুলি ভাবিব পাৰি।

পৃথিৱীৰ ক্ষুদ্ৰাতি ক্ষুদ্ৰ অংশৰ এনে নতুন মেৰামতিয়ে পৃথিৱীত কোনো নতুনত্বৰ সৃষ্টি কৰে বুলি কব পাৰি নেকি? পৃথিৱীক সজাই পৰাই পিন্ধাই সৌন্দাৰ্য্যময়ী কৈ গঢ়ি তুলিব পাৰি নেকি? এই প্ৰশ্নৰ উত্তৰ দিয়া কঠিন, বিৰাট পৃথিৱীখনত ক'ত কি ঘটি আছে, কি হৈ আছে এটা বা দুটা ঘটনাই বিতংকৈ স্থিৰ কৰিব নোৱাৰে।

১০০ বছৰ আগত পৃথিৱীত ক'ত কি হৈছিল, কি ঘটিছিল আজি তাৰ চিন মোকাম নাই। ধুই মচি যোৱা অতীতৰ বুকুত হয়তো পোৱা নেযাব। পুৰণি পৃথিৱী খনত কি ঘটিছিল কি কি ধ্বংস হৈছিল, আৰু ধ্বংসৰ পিছত কি কি সৃষ্টি হৈছিল আজি কোৱা টান।

ৰাজপুতনাৰ বিভিন্ন ঠাইত ৰাজপুত সকলে তাহানি কালতে নিৰ্মাণ কৰা, ৰাজধানী, মন্দিৰ, দূৰ্গ, বৃহৎ বৃহৎ আকাৰৰ পুখুৰী, আৰু সিবিলাকৰ ভগ্ন অৱশেষ বিলাক আজি দেখিবলৈ পোৱা যায়। কিছুমান অনুষ্ঠান ভাগি গৈছে, কিছুমান আধাভগা হৈ আছে, কিছুমান ঘৰ-দুৱাৰ বন-জংঘলে আগুৰি ধৰিছে। কিছুমানত হিংস্ৰ বাঘ, সিংহ, বান্দৰ, কাউৰী আদিয়ে আশ্ৰয় লৈছে। অতীতৰ কাহিনী বিলাক গল্পৰ মাজতেই সীমাবদ্ধ হৈ পৰিছে। মানুহে নতুন ৰাজস্থানত কি হৈ আছে, হৈ উঠিছে, বা ভৱিষ্যতে হ'ব বা হ'বৰ আশা আছে -সেই দৃষ্টিকোণেৰেহে বৰ্ত্তমানৰ ৰাজস্থানৰ বিচাৰ কৰে। পুৰণি দিনৰ বীৰ বীৰঙ্গনা সকলৰ স্মৃতি আজি আৰু উজ্জ্বল ও আকৰ্ষণীয় বুলিব নোৱাৰি। অতীত অতীতৰ বুকুতেই মৰহি যায়। নতুনে কেৱল অতীতৰ সোঁৱৰণী কঢ়িয়াই আনে, সেই সোঁৱৰণী দিন যায় মানে ক্ৰমে ক্ৰমে মৰহি যায়।

গতিকে ধুমুহা, বতাহ, বানপানী, শিল বৰষুণ আৰু ভুঁইকপে কি কৰিছিল সি বৰ্ত্তমান কালত সমস্যাৰ মেৰ পাক হৈ নেথাকে, সি অতীত।

## অপ্ৰাকৃত ঘটনা আৰু পৃথিৱী

যেনিবা ভুঁইকপ, বানপানী, শিল-বৰষুণ, ধুমুহা প্ৰকৃতিয়ে নিজে সৃষ্টি কৰা ঘটনা। এই বিলাকত পৃথিৱীৰ কিবা প্ৰতিক্ৰিয়া আছিল নে নাই আমি নেজানো। কিন্তু মানুহে মনুহে সৃষ্টি হোৱা কন্দল, কাজীয়া, যুদ্ধ, বিগ্ৰহ, বৈপ্লৱিক কৰ্ম-কাণ্ড বিলাক পৃথিৱীৰ কিবা প্ৰতিক্ৰিয়া হয়নে? পৃথিৱীৰ মানুহৰ মাজত হোৱা কাজীয়া-পেচাল আওপকীয়াকৈ প্ৰকৃতিৰ ঘটনা বুলি ক'ব পাৰি। মানুহ প্ৰকৃতিৰেই অংশ- সেই হিচাবে মানুহৰ কাৰ্য্যবিলাক প্ৰকৃতিৰ কাৰ্য্যধাৰা বুলি কব পাৰি। অন্যায় আৰু ন্যায় বিচাৰৰ কেন্দ্ৰ হিচাবে প্ৰকৃতিৰ কল্যাণ সাধনত পৃথিৱীৰ নিশ্চয় কৰ্ত্তব্য আছে বুলি ভবা হয়। তেনেহ'লে এই ক্ষেত্ৰত অৰ্থাৎ মানুহৰ কাজীয়া পেচালৰ ক্ষেত্ৰত প্ৰকৃতিৰ প্ৰতিনিধি হিচাপে পৃথিৱীয়ে কি ভুমিকা গ্ৰহণ কৰে?

ভাৰতবৰ্ষৰ মানুহে ভাৰতৰ সীমা স্থিৰ কৰিছে। সেই চাৰি সীমাৰ ঠাইখন ভাৰতবৰ্ষ। তেনেদৰে বিশ্বৰ বিভিন্ন দেশে নিজৰ দেশৰ সীমা স্থিৰ কৰি লৈছে। তেনে সীমাৰ ভিতৰত অনুপ্ৰবেশ কৰাটো অপৰাধ বুলি গণ্য কৰা হয়। অপৰাধ বুলি গণ্য কৰা হয় -সেই দেশৰ মানুহৰ দৃষ্টি ভংগীৰে।

বৃটিছ, ফৰাচী, দাছ, পৰ্টুগীজ সকল এসময়ত ভাৰতত অনুপ্ৰবেশ কৰি, তেতিয়াৰ বয়-বস্তু আৰু শাসনকৰ্ত্তা সকলক হস্তগত কৰি বা ভীতি প্ৰদৰ্শন কৰি বা যুদ্ধত পৰাভূত কৰি জোৰ জবৰদস্তিকৈ ভাৰতৰ মাটি দখল কৰিছিল, ভাৰতত ব্যৱসায় কৰি, অৰ্থনীতি বা ৰাজনীতিৰ ওপৰত হস্তক্ষেপ কৰিছিল। এনে বিদেশী শক্তি বিলাকৰ বিৰুদ্ধে বিভিন্ন সময়ত ভাৰতৰ জনতাই প্ৰতিবাদ কৰিছিল, আন্দোলন কৰিছিল। ১৮৫৭ চনত চিপাহী বিদ্ৰোহৰ ঘটনাৰ আগত আৰু পিছত এনে প্ৰতিবাদ আৰু আন্দোলন বিলাক গঢ়ি উঠিছিল। সেইবোৰক মোটামুটিকৈ পৰিলক্ষিত হোৱা বুলি ক'ব পাৰি ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখলৈকে।

বৃটিছৰ অন্যায় শাসনৰ বিৰুদ্ধে দেশৰ অ'ত ত'ত কৃষক বিদ্ৰোহ জাগি উঠে। ১৮০৭ চনত দিল্লীত সশস্ত্ৰ অভ্যুত্থান হৈছিল, ১৮১৪ চনত বাৰাণসীৰ ওচৰত, ১৮১৭ চনত উৰিষ্যাত, ১৮২৬-২৭ চনৰ ভিতৰত লামুৰি বিদ্ৰোহ, ১৮৩০ চনত মহিশুৰৰ বেদোনত, ১৮৩৫-৩৭ চনত মাদ্ৰাজৰ গুমচুৰত, ১৮৪২ চনত সগৰত, ১৮৪৭ চনত নাগপুৰত ৰোহিলাসকলৰ, ১৮৩১-৩২ চনত চোটনাগপুৰত,

১৮১৮-৩১ ভিল বিদ্রোহ, ১৮২৪ কোল বিদ্রোহ, ১৮২৩ চনত ৰাজপুতনাৰ মেৰ বিদ্রোহ, ১৮৪৬ চনৰ উৰিষ্যাৰ গোণ্ড বিদ্রোহ ১৮৫৫ চনত বিহাৰত চাওতাল বিদ্রোহ, ১৮৪৬ চনত বেৰিলীত কৰ বিৰোধী আন্দোলন, ১৭৮৬-১৮৩১ ওৱাহাবী আন্দোলন হৈছিল।

শদিয়াৰ খামটি আৰু চিংফৌ সকলে বৃটিছৰ লগত কেবাবাৰো যুদ্ধ কৰে। কৰ্ণেল হেমবইত আৰু তেওঁৰ সহযোগী ৮০ জন সৈন্যক খামটি সকলে বধ কৰে।

১৮২৫, ১৮৩৫, ১৮৪৯ চনত চিংফৌ সকলে বৃটিছক আক্ৰমণ কৰে, ১৮৪৪ চনত মিজো সকলৰ লগত বৃটিছৰ প্ৰথমে সংঘাট হয়। ১৮৩১ চনলৈ মিজো সকল স্বাধীন হৈ আছিল।

১৮৯৫ চনত আপটানি সকলে বৃটিছৰ বিৰুদ্ধে যুদ্ধ কৰে। ১৯১১ চনত আবৰ আৰু বৃটিছৰ যুদ্ধ হয়।

১৮৫৭ চনলৈ, চিপাহী বিদ্রোহৰ সময়লৈ বৃটিছৰ শাসনত বিভিন্ন জাতি উপজাতি আৰু সম্প্ৰদায়ৰ যুদ্ধ হয়। এই যুদ্ধত পৃথিৱীয়ে কিন্তু কোনো ভূমিকা লোৱা নাছিল।

১৮৫৭ চনৰ বিদ্রোহৰ সময়ত তান্তিয়া টোপী, ঝাঞ্চিৰ ৰাণী, লক্ষ্মী বাই, নানা চাহেব, কোৱৰ সিং আদিৰ নেতৃত্বই ঠায়ে ঠায়ে নেতৃত্ব দিছিল, আৰু নেতৃত্বহীন ভাবে সৈন্যসকলে মাৰাঠা, অযোধ্যা, বাৰাণসী, এলাহাবাদ আদি বিভিন্ন ঠাইৰ যুদ্ধত বীৰৰ দৰে যোগদান কৰিছিল। কেতবোৰ কৃষক আন্দোলনৰ কথা আগত কোৱা হৈছিল; কৃষক সকলে ঠায়ে ঠায়ে বিদ্রোহ আৰু আন্দোলন কৰিছিল।

বংগ ভংগ আন্দোলন ভাৰতৰ স্বাধীনতা আন্দোলনলৈ ৰূপায়িত হয়। বংগদেশ, বিহাৰ, উত্তৰ প্ৰদেশ, বোম্বাই, পাঞ্জাব আদিত বহু যুৱকে যুঁজি যুঁজি প্ৰাণ আহুতি দিয়ে। ১৮৫৭ চনৰ পৰা ১৯২১ চনলৈ সমগ্ৰ ভাৰতবৰ্ষত স্বাধীনতা সংগ্ৰামী সকলৰ ত্যাগ আৰু আত্মদানৰ গৌৰবৌজ্জ্বল দিন। ১৯২১, ১৯৩০, ৩১, ৩২, ৩৩ চন ১৯৩৯ চন, ১৯৪২ চন জুৰি ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ সোণালী দিন। ছাত্ৰসকলে, কৃষক সকলেও ভাৰতৰ স্বাধীনতা সংগ্ৰামত নিজৰ জীৱন উছৰ্গা কৰিছিল। অসীম আত্মত্যাগ, কষ্ট আৰু সহিষ্ণুতাৰ মাজেদি ১৯৪৭ চনত ভাৰতে স্বাধীনতা পায়।

ভাৰতৰ বাহিৰতো, যেনে - কাবুল, মস্কো, বাৰ্লিন, ইংলণ্ড, ফ্ৰান্স,

কানাডা, ছিংগাপুৰ, হংকং, চীনদেশ আদিতো ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ প্ৰস্তুতি চলিছিল। দেশ বৰেণ্য নেতা সুভাষ চন্দ্ৰ বসুৰ জাৰ্মান, জাপানত চলোৱা সংগ্ৰামী প্ৰস্তুতি দেশৰ স্বাধীনতা আন্দোলনৰ বাবে ফলপ্ৰসু হৈছিল।

সমগ্ৰ ভাৰত জুৰি হোৱা স্বাধীনতা সংগ্ৰামৰ সময়ত পৃথিৱীয়ে কি কৰি আছিল আমি নেজানো; কিন্তু পৃথিৱীৰ বুকুত মৃত বিপ্লৱী সকলে শেষ শয়ন কৰা কথাটো জানো।

## বনুৱা আন্দোলন

ভাৰতৰ বনুৱা আন্দোলনতো পৃথিৱীয়ে কোনো প্ৰতিক্ৰিয়া প্ৰকাশ কৰা নাই। বৃটেইনৰ কমিউনিষ্ট নেতা ৰজনী পাম দত্তই লিখি থৈ যোৱা মতে ১৯১৮-২০ চনত বনুৱা আন্দোলন আছিল অভূতপূৰ্ব্ব। ১৯১৯ চনৰ আন্দোলনৰ ফলত হৰতাল পালন কৰিছিল ১,২৫,০০০ শ্ৰমিকে ১৯১০-২২ চনৰ ভিতৰত ভাৰতৰ শ্ৰমিকৰ সংখ্যা ৫ লাখৰ পৰা বাঢ়ি ১৩৪ লাখ হৈছিল। সৰ্বভাৰতীয় ট্ৰেড ইউনিয়ন সংগঠন গঢ়ি নুঠালৈকে ১৯১৮-১৯ চনত বৃটিছ ইউনিয়ন গঢ়ি তুলিছিল। ইতিমধ্যে বোম্বেত কটন টেক্সটাইল মিল সমূহত, লাহোৰৰ ৰেলৰে শ্ৰমিক সকলে, বিহাৰত কয়লা শ্ৰমিক সকলে কাম কৰি আছিল। ১৯২০ চনৰ ৭ জুলাইৰ দিনা সৰ্ব্বভাৰতীয় ট্ৰেড ইউনিয়ন সংগঠন গঢ়ি উঠে। ৰাজনৈতিক প্ৰতিযোগিতাৰ কাৰণত ট্ৰেড ইউনিয়নৰ মাজত বিভাজন হৈ ভাৰতীয় ট্ৰেড ইউনিয়ন, ৰাষ্ট্ৰীয় ট্ৰেড ইউনিয়ন, হিন্দু মজদুৰ সংঘ আদি গঢ়ি উঠে আৰু বিভিন্ন কল-কাৰখানাত শ্ৰমিকৰ স্বাৰ্থৰক্ষাৰ্থে বৃহৎ বৃহৎ আন্দোলন গঢ়ি উঠে। এই আন্দোলন বিলাক হৈছিল দেশীয় পুঁজিপতি, বিদেশী পুঁজিপতি সৰু ব্যৱসায়িক অনুষ্ঠান বিলাকত। ১৮৫৪ চনত বোম্বাইত প্ৰথম সূতাকল স্থাপন কৰা হয়। বৃটিছে, কানপুৰ আৰু বোম্বাইত কাপোৰ কল স্থাপন কৰে। ভাৰতীয় শিল্পপতি সকলে ভাৰতৰ বাহিৰতো শিল্প কিছুমান গঢ়ি তোলে। ১৮৯১ চনৰ সমীক্ষা মতে শিল্পবোৰত নিয়োজিত লোকৰ সংখ্যা চাৰে চাৰি হেজৰ মান হৈছিল।

শ্ৰমিকৰ ওপৰত শোষণ আছিল দুৰ্বিসহ শ্ৰমিক সকলে দৈনিক ১৬ ঘণ্টা পৰ্য্যন্ত শ্ৰম দিব লাগিছিল। ১৮৯৪ চনত ভাৰতত উৎপাদিত কাপোৰত শুল্ক বহুওৱা হয়। কিন্তু বৃটেনৰ লাঙ্কাচায়াৰৰ কাপোৰৰ শুল্ক প্ৰত্যাহাৰ কৰা হয়।

বৃটেনৰ শোষণৰ ফলত ভাৰতত দুৰ্ভিক্ষ হয়। ১৮২৫-৫০ চনত ৪ লাখ

মানুহে দুৰ্ভিক্ষত প্ৰাণ ত্যাগ কৰে। ১৮৫০-৭৫ চনৰ মাজত ৬ বাৰ, ১৮৭৫-১৯০০ চনৰ মাজত ১৮ বাৰ দুৰ্ভিক্ষ হয়। প্ৰায় ২·৬ কৌটি মানুহ দুৰ্ভিক্ষত মৰা পৰে।

১৮৭৭ চনত নাগপুৰত কাপোৰৰ কলত শ্ৰমিকৰ ধৰ্মঘট হয়। ১৮৮২ চনত বোম্বাই আৰু মাদ্ৰাজত ২৫ টা কলত ধৰ্মঘট হয়।

বোম্বেৰ কটন টেক্সটাইল মিল বিলাকত, আৰু মিউনিছিপাল শ্ৰমিকৰ মাজত আৰ. এছ. নিম্বকাৰ, ডাঙ্গে আৰু নিম্বকাৰ আৰু কেবা জন লোক শ্ৰমিকৰ মাজত কাম কৰি আছিল। লাহোৰৰ ৰেলৱে শ্ৰমিকৰ মাজত কাম কৰি আছিল দেৱান চমনলাল আৰু এছ. এ খানে। বিহাৰৰ কাপোৰ কলৰ শ্ৰমিকৰ মাজত আৰু মিল বিলাকত কাম কৰি আছিল স্বামী বিবেকানন্দৰ নেতৃত্বই। আউধ ৰোহিখণ্ড আৰু কানপুৰত জে. বি. মিশ্ৰই শ্ৰমিকৰ মাজত কাম কৰি আছিল। ১৯২০ চনৰ ১৭ জুলাইৰ দিনা অল ইণ্ডিয়া ট্ৰেড ইউনিয়ন কংগ্ৰেছ গঢ়ি উঠে।

১৯২৭ চনত কানপুৰত ট্ৰেড ইউনিয়নৰ কংগ্ৰেছৰ অধিবেশন বহে। ১৯২৬-২৮ চনত বংগদেশত, বোম্বাইত, পাঞ্জাবত আৰু উত্তৰপ্ৰদেশত শ্ৰমিক ও কৃষক পাৰ্টী গঠন হয়। কৃষক আৰু বনুৱা শ্ৰেণীৰ আৰ্থিক দুৰ্যোগ বাঢ়িছিল -বৃটিছৰ শোষণৰ ফলত। কল-কাৰখানা আৰু ব্যৱসায়ী কেন্দ্ৰ বিলাকত ব্যাপক ধৰ্মঘট হৈছিল। ১৯২৮ চনত ৫ লাখৰো অধিক শ্ৰমিকে ধৰ্মঘটত অংশ গ্ৰহণ কৰিছিল। বোম্বাইৰ কাপোৰৰ কলত কেবাহেজাৰো বনুৱাক বন্ধ কৰা হৈছিল, -ধৰ্মঘট দীঘলীয়া হৈছিল ৬ মাহ পৰ্য্যন্ত ধৰ্মঘট পৰিচালনা হৈছিল। বৃটেইন আৰু ছোভিয়েট ইউনিয়নত ধৰ্মঘটৰ সমৰ্থনত অৰ্থ সংগ্ৰহ কৰা হৈছিল।

১৯২৮ চনত ঝাৰিয়াত ট্ৰেড ইউনিয়ন কংগ্ৰেছৰ অধিবেশ হৈছিল। সেই অধিবেশনত "স্বাধীন সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰ" স্থাপনৰ প্ৰস্তাব গ্ৰহণ কৰা হৈছিল। ১৯২৯ চনত সুভাষ চন্দ্ৰ বসুই নাগপুৰত ট্ৰেড ইউনিয়ন কংগ্ৰেছৰ সভাপতিত্ব কৰিছিল।

কমিউনিষ্ট সকলে ট্ৰেড ইউনিয়নৰ মাধ্যমেৰে শক্তি সংগ্ৰহ কৰিছিল।

কমিউনিষ্ট সকলৰ বিৰুদ্ধে মিছাকৈ মিৰাট ষড়যন্ত্ৰ মোকৰ্দমা ৰুজু কৰা হয়। ভাৰতীয় কাপোৰৰ চাহিদা ১৯০৫-০৭ চনত বৃদ্ধি হয় ; বিলাতী কাপোৰৰ দাম ২৫ শতাংশ কমি যায়। ১৯০৫ চনত বোম্বাই বস্ত্ৰ কলত ডাঙৰ ধৰ্মঘট হয়, ফলত কৰ্মসময় কমি যায়। ১৯০৬ চনত বংগদেশ ধৰ্মঘটৰ স্থান হৈ পৰে। যুগান্তৰ,

অনুশীলন আদি দলৰ লোক সকলেও বনুৱা আন্দোলনত অংশ লয়। ফলত বনুৱা আন্দোলন হৈ পৰে স্বদেশী আন্দোলনৰ অংগীভূত।

ভাৰতৰ বনুৱা শ্ৰেণীয়ে নিজৰ শ্ৰেণীৰ স্বাৰ্থ পূৰণকে ধৰি দেশৰ স্বাধীনতা যুঁজত অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। হেজাৰ হেজাৰ শ্ৰমিকে বৃটিছ পুলিচৰ গুলি আৰু বেৰনেটৰ আক্ৰমণৰ বলি হৈছিল। হেজাৰ হেজাৰ বনুৱাই জেলত জীয়াতু ভুগিছিল। ১৯০৫ চনৰ স্বদেশী আন্দোলন বিভিন্ন স্তৰত, ১৯২১ চনৰ আন্দোলনত, পৰৱৰ্ত্তী ১৯৩০-৩১ চনৰ আন্দোলনত, ১৯৪২ চনৰ আন্দোলনত শ্ৰমিক শ্ৰেণীৰ অৱদান উল্লেখযোগ্য। দেশত শ্ৰম শিল্পৰ প্ৰভূত বিস্তৃতি হোৱাৰ লগতে বনুৱা শ্ৰেণীৰ আন্দোলনে সক্ৰিয়া ভূমিকা গ্ৰহণ কৰে, আৰু ভাৰতত শ্ৰমিক শ্ৰেণীয়ে দেশৰ উল্লেখযোগ্য শক্তিৰূপে পৰিচিত হয়। শ্ৰমিক শ্ৰেণীৰ ইমান ত্যাগ, বীৰত্ব আৰু গৌৰৱময়ী সংঘৰ্ষ আৰু সংঘাট স্বত্বেও পৃথিৱীয়ে শ্ৰমিক শ্ৰেণীৰ প্ৰতি কোনো সমৰ্থন বা বিৰোধৰ ইংগিত দিয়া নাই।

## মৃত্যু আৰু জীৱন

বৰ্ত্তমানলৈ পৃথিৱীত বহু মানুহ উপজিল, বহু মানুহ মৰিল, পৃথিৱীৰ বুকুৰ পৰা নিচ্ছিন্ন হ'ল - সেই মানুহ সকলৰ সকলো ৰকমৰ চিন মোকাম, স্মৃতি-চিহ্ন লোপ পালে; কোনো এজন মানুহৰ বাবেও পৃথিৱীৰ দুখ বা অনুশোচনা নাই। কিয় নাই? কোনে উত্তৰ দিব? পৃথিৱীৰ ডাঙৰ ডাঙৰ, নামী, দামী, উচ্চ পদৱী, অধিকাৰী ৰাজনৈতিক নেতা সকল মৰিল, তেওঁলোকৰ বিষয়ে কটু সমালোচনা হ'ল, ভাল বেয়া বহু কথাই আলোচনা হ'ল, কিন্তু পৃথিৱীয়ে কোনো সমালোচনা বা কটুক্তি কৰাও নাই। ভাৰতৰ স্বাধীনতা সংগ্ৰামী বীৰ-বীৰঙ্গনা বিলাকৰ মৃত্যু হ'ল, এই মৃত্যুত পৃথিৱীয়ে কোনো প্ৰতিক্ৰিয়া সৃষ্টি নকৰিলে; নকৰিলে বা কিয়? ভাৰতৰ ৰাজনৈতিক নেতা শান্তিদূত বুলি পৰিচিত মহাত্মা গান্ধী মৰা নাই, হত্যা কৰা হ'ল, দিন দুপৰতে; দেশব্যাপি মানুহবোৰ বেদনাত ম্ৰিয়মান হ'ল, লক্ষ লক্ষ মানুহে এই মৃত্যুত বুকুত ভুকুৱাই কান্দিলে, ভোজ-ভাতৰ অনুষ্ঠান কৰিলে, কিন্তু পৃথিৱীৰ কোনো প্ৰতিক্ৰিয়া পৰিদৃশ্য নহ'ল। পৃথিৱীয়ে নিজৰ বুকুখন কঁপাই এটি ভুমিকম্পৰ জোকাৰণিও নামাৰিলে।

বিশ্ব কবি ৰবীন্দ্ৰ নাথ ঠাকুৰ স্বৰ্গী হ'ল। বিশ্ব কবিৰ সন্মান কঢ়িয়াই অনা নোবেল প্ৰাইজ পোৱাৰ পিছত আৰু বহু পিছলৈ ৰবীন্দ্ৰৰ গুণ-কীৰ্ত্তনত বহুত

মানুহ আত্মহাৰা। তেওঁৰ মৃত্যুৰ পিছতো তেওঁ ৰচনা কৰা সাহিত্য, গীতি কাব্যই লক্ষ লক্ষ যুৱক যুৱতীক প্ৰেৰণা দান কৰি আছে। ভাৰতবৰ্ষৰ ঘৰে ঘৰে ৰবীন্দ্ৰ সংগীতৰ পুস্তিকা বিয়পি আছে।

বিপ্লৱী কবি নজৰুলৰ কাব্য কবিতা সৰ্ব্বজন বিদিত। বাংলাদেশ, ভাৰতবৰ্ষৰ উপৰিও পৃথিৱীৰ অন্য বহু দেশত নজৰুলৰ কীৰ্ত্তি ব্যাপক। কবি নজৰুলৰ লিখনিয়ে ভাৰত আৰু বাংলাদেশৰ লাখ লাখ যুৱকক প্ৰেৰণা দান কৰে। কবি নজৰুলৰ প্ৰতি মানুহে শ্ৰদ্ধা, সন্মান প্ৰদৰ্শন কৰে; কবিৰ গীত গাই মানুহে উচ্ছাহ বোধ কৰে। এইজনা মহান বিপ্লৱী কবিৰ মৃত্যুত পৃথিৱীয়ে কিবা ক্ষতি অনুভৱ কৰিছেনে?

ৰামকৃষ্ণ পৰম হংসই স্থাপন কৰা 'ৰামকৃষ্ণ মিছন' সৰ্ব্বসাধৰণ মানুহৰ গ্ৰহণযোগ্যকৈ গঢ়ি তুলিছিল- স্বামী বিবেকানন্দই। পৰম হংসও নাই, বিবেকানন্দও নাই। দুয়োজনে মৰিল তেওঁলোকৰ মৃত্যুত পৃথিৱীয়ে কোনো প্ৰতিক্ৰিয়া প্ৰকাশ কৰা নাই।

ৰাম মোহন ৰায়, ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ, বংকিম চন্দ্ৰ চট্টোপধ্যায়, মাইকেল, মধুসুদন দত্ত, মহাভাৰত প্ৰণেতা কাশিৰাম দাস, হেম সৰস্বতী, হৰি হৰ বিপ্ৰ, কবিৰত্ন সৰস্বতী, অসমৰ মাধৱ দেৱ, শংকৰ দেৱ, ভট্টদেৱ আদি ধৰ্ম্মগুৰু আৰু সাহিত্যিক সকল মৰিল; আৰ্য্য সমাজ প্ৰতিষ্ঠাতা স্বামী দয়ানন্দ সৰস্বতী, জিন্না, লিয়াকৎ আলি, জৱহৰলাল নেহৰু, ইন্দিৰা গান্ধী আদি ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ পুৰণি দিনৰ নেতা সকলো ঢুকাল স্বাধীনতা সংগ্ৰামত আত্মনিয়োগ কৰা দেশৰ শ, শ ট্ৰাইবেল আৰু জনজাতি নেতা সকল ঢুকাল, ভাৰতৰ স্বাধীনতা সংগ্ৰামত অংশ গ্ৰহণ কাৰী হেজাৰ হেজাৰ বিপ্লৱী যুৱক আজি আৰু নাই। বাংলাদেশৰ মুক্তি সংগ্ৰামৰ নেতা সকল মৰিল, পাকিস্তানত বাস কৰা স্বাধীনতা সংগ্ৰামী সকলো নাই, ইৰাক, ইৰাণ, আফগানিস্তান, তুৰস্ক, জৰ্ডান, মিছৰ আৰু আৰবৰ বিভিন্ন প্ৰান্তত জীৱন দান কৰা বীৰ সকল নাই,- লগতে নাই বিশ্ব বিখ্যাত ধৰ্মগুৰু হজৰত মহম্মদ, যীশুখ্ৰীষ্ট, ইহুদী ধৰ্মগুৰু, ভাৰতৰ বুদ্ধ, জৈন, বেদান্ত দৰ্শনৰ প্ৰতিস্থাপক শংকৰাচাৰ্য্য, মহাভাৰত, ৰামায়ণ, গীতা, বেদ, ভাগৱত আদি ধৰ্মশাস্ত্ৰ বিলাকৰ ৰচয়িতা সকল।

ৰোমান কেথলিক ধৰ্মগুৰু সকলৰ মৃত্যু হ'ল। মৃত্যু হ'ল প্ৰোটেষ্টাণ্ট শ্ৰেষ্টা ধৰ্ম গুৰু সকলৰ। আফ্ৰিকা, এছিয়া, ইউৰোপ, আমেৰিকা আৰু অষ্ট্ৰেলিয়াৰ

পুৰণি দিনৰ বিদ্ৰোহী সকল কেতিয়াবাই মৰিল, ধৰ্মগুৰু, দাৰ্শনিক, কবি, সাহিত্যিক সকলো মৰিল।

১৯১৭ চনৰ সমাজতান্ত্ৰিক বিপ্লৱৰ নেতৃত্ব কৰা কমৰেড লেনিন, ষ্টেলিন আদি এজনো নেতা জীয়াই থকা নাই। চীন দেশৰ লংমাৰ্চ্চৰ নেতৃত্ব বহনকাৰী মাওঁ-ছে-টুং আৰু তেওঁৰ সহযোগী সকলো ঢুকাল। মাওঁ-ছে-টুং, ছো-এন-লাই হেৰাল।

পুৰণি ভাৰতৰ সাংখ্য, ন্যায়-শৈষেয়িক, লোকায়ত, দৰ্শনৰ প্ৰতিষ্ঠাপক সকল নাই। চীনৰ দাৰ্শনিক কনফুচিয়াছ, মো-টু-জু, লাও-ও-জু, হু-চন গ্ৰীছ দেশৰ দাৰ্শনিক হেৰাক্লিটাছ, ডেমোক্ৰেটাছ, প্লেটো, এৰিষ্ট্ৰটল আদি আৰু নাই।

চীন দেশৰ মধ্য যুগৰ বস্তুবাদী দৰ্শনৰ প্ৰচাৰক বৌদ্ধধৰ্মৰ প্ৰচাৰকাৰী নব কনফুছিয়াছ, মাওঁবাদৰ সমৰ্থক চু-হুছিং, ছাং-চাই, ওৱাং-চুকুং শ্বান, তাইচেন আদি প্ৰখ্যাত দাৰ্শনিক সকল ঢুকাল।

আৰবত জন্ম গ্ৰহণ কাৰী দাৰ্শনিক সকলৰ ভিতৰত আলকিণ্ডি, আল গাজাৰি, ইবন ৰেজ্জা, ইবন টুসাইদ, ধুৰণ চিনা আদি নাই।

পুঁজিবাদী যুগৰ দাৰ্শনিক ফ্ৰান্সিছ বেকন, টমাছ হব্‌ছ, ৰেণে ডেকাৰ্ড্তে, ওলণ্ডাজ দাৰ্শনিক বেনেডিক্ট স্পিনোজা, ইংৰাজ দাৰ্শনিক জৰ্জ বাৰ্কলি, ডেভিড হিউম, ফৰাচী দাৰ্শনিক হলবাক, ক্লড, আন্দ্ৰিয়েক, হেলভিয়াছ, দিদাৰো,অফ্ৰট, লামেদি ৰুছ দাৰ্শনিক লমনোছভ, ব্লাডিশ্লেভ আদি আৰু নাই।

ওঠৰ/ঊনৈশ শতিকাৰ বস্তুবাদী জাৰ্মান দাৰ্শনিক সকলো জীয়াই থকা নাই। ইমানুৱেল কেণ্ট, ফ্ৰিডাৰিক হেগেল, লুডভিক, ফায়াৰবাক, কাৰ্লমাৰ্ক্স, আদি প্ৰখ্যাত বস্তুবাদী দাৰ্শনিক সকলো জীয়াই থকা নাই।

পৃথিৱীৰ পুৰণি যুগৰ কোনো বৈজ্ঞানিক, দাৰ্শনিক, কবি, সাহিত্যিক, সুবক্তা, শ্ৰেষ্ঠ লেখক, শ্ৰেষ্ঠ গায়ক, ৰজা, মহাৰজা, বিপ্লৱী নেতা, স্বাধীনতা সংগ্ৰামী, ভাল খেলুৱৈ, কোনোৱে জীয়াই থকা নাই। হেজাৰ হেজাৰ, লক্ষ, লক্ষ মানুহ জন্মিছে, নিজৰ নিজৰ কৰ্মক্ষেত্ৰ নিজা নিজা কৰ্ত্তব্য সম্পাদন কৰিছে, আৰু কিছুদিন পিছত তেওঁলোকৰো মৃত্যু হৈছে। পৃথিৱীত নমৰা মানুহ, মৃত্যুহীন মানুহ কোনো এজনো নাই। মৰণৰ বয়স কম বেছি হৈছে, সীমা নিৰ্দ্ধাৰণ অসমান, সেই সীমা নিৰ্দ্ধাৰণ বহু দীঘলীয়া নহয়, দুই/চাৰি/দহ/বিছ বছৰৰ ব্যৱধানত মানুহ মৰিছে বা মৰি আছে। মৃত্যুৰ আগেয়ে কৰা ভাল কাম বিলাকৰ গুণ বৰ্ণনা

কিছু পৰলৈ বা দিনলৈ চলি থাকিব পাৰে -সিয়ো সময় আৰু স্থানৰ লগত সীমাবদ্ধ।

মৰা মানুহ বিলাক ক'লৈ যায়, কি হয় তেওঁলোকৰ! এইলৈ হেজাৰ বিজাৰ তৰ্ক বিতৰ্ক চলিলেও এটা কথা ঠিক যে শৰীৰৰ গঠন প্ৰণালী ভিন্ন ভিন্ন হ'লেই মানুহ প্ৰাণহীন হৈ পৰে আৰু তাকেই মানুহে মৃত্যু আখ্যা দিয়ে। আত্মা পৰমাত্মাত মিল হয় বুলি, ভগৱানত লীন হয় বুলি নিৰ্বাণ হয় বুলি যি বিলাক ব্যাখ্যা ধৰ্ম শাস্ত্ৰবিলাকত দিয়া হৈছে- সেই সকলোবোৰ কল্পনাৰ বিষয়।

মানুহৰ মৃত্যুৰ পিছত মৰা দেহটোৰ পৰা দুৰ্গন্ধ ওলাবৰ ভয়, স্বাস্থ্য হানি হ'বৰ উপক্ৰম হয়, সেই কথা আগধৰি মানুহে জানে। গতিকে বেছিভাগ দেহ মাটিত পুতে, কবৰ দিয়ে, পানীত পেলাই দিয়ে বা জুইত পুৰি বিনাশ কৰে। যি ভাবেই বিনাশ কৰা নহওক ইয়াৰ কিন্তু পৃথিৱীৰ লগত সম্পৰ্ক থাকে।

মাটিত পুটিলেও পৃথিৱীয়ে জানে, পানীত পেলালেও পৃথিৱীয়ে জানে আৰু জুইত পুৰিলেও পৃথিৱীয়ে জানে।

জীৱন কালত বীৰাট ব্যক্তিত্বৰ অধিকাৰী, সকলোৰে সন্মানীয়, ব্যক্তিজনৰ মৃত্যু হ'লে তেওঁৰ মৃত দেহটো হয়তো চন্দনৰ দৰে সুগন্ধি কাঠেৰে পুৰিব, নাইবা পুতিলেও বিলাসী সামগ্ৰী, মূল্যবান তেল, সুগন্ধি দ্ৰব্য মৃত দেহটোৰ গাত দিয়া হ'ব। নাইবা তেওঁৰ দেহৰ ওপৰত স্মৃতিশৌধ গঢ়া হ'ব। সেই স্মৃতিশৌধত মানুহে মৃত নেতাজনক সন্মান প্ৰদৰ্শন জনাব। তথাপি কিন্তু মৃত দেহ জী নুঠে। যি সকল লোকে ভাবে, বা বিবেচনা কৰে যে মৃত দেহ জী উঠিব সেই সকলৰ ধাৰণা ভূল। মৃত দেহ সৎকাৰ কৰা কালত সুগন্ধি কাঠ ব্যৱহাৰ কৰা হওক বা নহওক, সুগন্ধি দ্ৰব্য ছতিওৱা হওক বা নহওক তাৰ দ্বাৰা মৰা মানুহ জনৰ জীৱনকাললৈ কোনো পৰিৱৰ্ত্তন হোৱা দেখা নেযায় মৃত্যুৰ পিছত পৃথিৱীৰ কোনো প্ৰাণী জীৱন লাভ কৰা দেখা নাই, বা শুনাও নাই।

মৃত্যুৰ অৰ্থই হৈছে এটা জীৱনৰ অন্ত পৰা বা শেষ হোৱা। এই কথা বুজিও বহুত সময়ত ভ্ৰান্ত ধাৰণাৰ বশৱৰ্ত্তী হৈ মানুহে ভূলকৈ বিশ্বাস কৰে যে মানুহৰ পুনৰ জন্ম হয়। পুনৰ জন্মৰ ব্যাখ্যা মানুহৰ সপোণ বিলাস ঘটনাৰ দৰে! শ্ৰান্ত, ক্লান্ত জীৱনত শান্তিৰ এধানিমান আশা চিন্তা কৰিবলৈ মানুহে পৰজনমত বিশ্বাস কৰে, আৰু হোৱা নোহোৱা গল্প কেতবোৰ ৰচনা কৰে।

নিজৰ জীৱনৰ বাস্তৱ বা সত্য অভিজ্ঞতাৰ পৰা কোনোবাই কব পাৰেনে,

যে মানুহ মৃত্যুৰ পিছত পুনৰ জী উঠিছে, ২০০ কোটি বা'৫০০ কোটি বছৰৰ ভিতৰত এনে কোনো উদাহৰণ পাইছেনে যে সঁচাই মানুহৰ পুনৰ জন্ম হয়? গল্প কিছুমান ৰচনা কৰি, কবিতা গল্পবোৰ কল্পনাৰ জ্ঞানেৰে তৈয়াৰ কৰি কোনো লেখক বা সাহিত্যিকে পুনৰ জনমৰ কথা কব পাৰে, সেইবোৰ কিন্তু সত্য নহয় বা বাস্তৱ নহয়।

পৃথিৱীৰ বৈজ্ঞানিক, সাহিত্যিক, সংগীতজ্ঞ, গায়ক, বাদক, কবি, সাহিত্যিক, কমাৰ, কুমাৰ, কৃষক, মন্ত্ৰী, কাৰিকৰ, শিল্পী, ছবি অংকণকাৰী, নৰ্ত্তক, নৰ্ত্তকী, দাৰ্শনিক, ইঞ্জীনিয়াৰ, ডাক্তৰ, শিক্ষক, ছাত্ৰ, পিয়ন, চৌকিদাৰ, ধৰ্মগুৰু, শাস্ত্ৰ বিশাৰদ, বক্তা, ৰাজনৈতিক নেতা, চেক্ৰেটাৰী, ৰজা, মহাৰজা, এওঁলোক এবাৰ জন্মাৰ পিছত পুনৰবাৰ জন্ম গ্ৰহণ কৰাৰ প্ৰমাণ আছে বুলি কোনোবাই দাবী কৰিব পাৰে নে? যিমানেই খ্যাতনামা ব্যক্তি বা জীৱ, পৃথিৱীত জন্ম গ্ৰহণ নকৰক লাগে, এবাৰ মৃত্যুৰ পিছত দুনাইবাৰ একেজন মানুহ হৈ নোপজে।

এই সকলো মৰা মানুহৰ দেহ বিলাক, অংগ প্ৰত্যঙ্গ বিলাক তেজ-নাড়ি-ভুৰি চুলি, দাড়ি, ছাল, মাংস, দেহৰ তেজ পানী সকলোবোৰ পৃথিৱীৰ মহা শক্তিৰ লগত ভাল ভাবে মিলি যায়। কিছু দিন বা কিছু ঘণ্টাৰ পিছত মৃতকৰ দেহৰ সকলো চিন মোকাম পৃথিৱীত নষ্ট হৈ যায়।

সহজ ভাষাত কবলৈ হ'লে মৃত দেহৰ সকলো অৱশেষ পৃথিৱীৰ বিভিন্ন পদাৰ্থৰ বুকুত বিলিন হৈ যায়, আৰু এই বিলিন হোৱা সকলো কাৰ্য্য পৃথিৱীয়ে আৰু সূৰ্য্যৰ কিৰণ, পোহৰ, তাপে মিলি হয়তো সমাপন কৰে।

আধুনিক যুগৰ নেতা সকলো পৃথিৱীত অৱক্ষয় হয়, অকল সেয়েই সত্য নহয়। মানুহৰ উপৰিও অন্যান্য জীৱ-জন্তু, চৰাই-চৃকতি, বনৰীয়া আৰু ঘৰচীয়া জন্তু সকল, অন্যান্য জীৱ জন্তু, বীজাণু আৰু কৌটি কৌটি অণু পৰমাণু জন্মি আছে, আৰু কিছু মাহ, দিন, বছৰ পিছত এইবোৰ মৰাত সিহঁতৰ দেহ পৃথিৱীৰ লগতেই মিলি গৈছে। এওঁলোকৰ মৃত্যুৰ পিছত,এওঁলোকৰ দেহ বিলাকো বিভিন্ন শক্তিৰ লগত মিলি গৈছে ।

এই প্ৰাণী সকলৰ জীৱন ধাৰণত, বা মৰণ হোৱাত পৃথিৱীৰ কোনো মানসিকতাৰ কথা কিন্তু অনুভৱ কৰিব নোৱাৰি; পৃথিৱীয়ে জন্ম ক্ষনত আনন্দ প্ৰকাশ কৰাৰ কোনো নজিৰ নাই, কিবা মৃত্যুত দুখ বা শোক প্ৰকাশ কৰাৰো কোনো প্ৰমাণ নাই।

আমাৰ ধাৰণা যেন, পৃথিৱীয়ে নেমাতে, কথা কব নোৱাৰে, নিজৰ উপলব্ধি ব্যক্ত কৰিব নোৱাৰে। সকলো ৰকমৰ দুখ কষ্ট সহ্য কৰি যায় সকলো নিৰলে নিৰবে দুখ কষ্ট অনুভৱ কৰি যায়। এই উক্তি সত্য বুলি ধৰি লব নোৱাৰি। বিজ্ঞানে কৈছে যে পৃথিৱী শুকান প্ৰাণহীন গছৰ পাত বোৰত জীৱন দান কৰে। প্ৰাণ হীন বুলি ধাৰণা কৰা গছ, পাত, শুকান টুকুৰা, শিল, বালি, পানী, মাটি- এই সকলোৱেই জীৱন্ত প্ৰাণীৰ দৰে নতুনৰ জন্ম দিব পাৰে- নতুন নতুন সৃষ্টি কৰিব পাৰে, - যি বিলাক প্ৰাণহীন পদাৰ্থ আমাৰ সন্মুখত অব্যৱহাৰ্য্য হৈ পৰি থাকে, যাক আমি শুকান, লেতেৰা, পৰি থকা সামগ্ৰী বুলি ধাৰণা কৰো, সেই বিলাকৰ পৰাও জীৱৰ সৃষ্টি হয়। কিন্তু ব্ৰহ্মাণ্ডৰ আৱৰ্ত্তন, বিৱৰ্ত্তন গতিশীলতাৰ মাজত জটিল জন্ম প্ৰক্ৰিয়াৰে সৃষ্টি হয়, আৰু এই প্ৰক্ৰিয়া বিলাকৰ মাজত নৱজীৱনে জন্ম লাভ কৰে। কোনো গছ-গছনি নথকা ঠাইতো, বহু দিন পিছতো চালে দেখা যায়, প্ৰাণী জীৱনৰ সন্ধান সৃষ্টিৰ উপস্থিতি, নতুন নতুন সৃষ্টিৰ আৰম্ভণ।

আমি যি ঠাইত শূন্য বুলি ভাবো কোনো প্ৰাণী নাই বুলি বিবেচনা কৰো সেই বিলাকো প্ৰাণী আৰু প্ৰাণেৰে উপচি পৰা। শূন্য ঠাই কতো নাই- পৃথিৱীৰ শূন্য স্থান বুলি ভবা ঠাই বিলাকো বতাহ সূৰ্য্যৰ তাপ, কিৰণ, ৰশ্মিৰ দ্বাৰা আবৃত; আৰু আবৃত কোটি কোটি নেদেখা, মণিব নোৱাৰা প্ৰাণী জীৱনৰ দ্বাৰা।

প্ৰাণী নথকা ঠাই পৃথিৱীৰ কতো নাই। শোৱনি ঘৰৰ ভিতৰত, ঘৰৰ খালি বুলি ধাৰণা হোৱা মজিয়াত, বিচনাত, পায়খানাত, ৰান্ধনীঘৰত, ঘৰৰ চোতালখনত, বাৰান্দাত, ঘৰৰ বাৰীৰ খালি ঠাইত, ডাঙৰ বহল ঠাইবোৰত, হাইওৱে ৰোড আদি হেজাৰ হেজাৰ প্ৰাণীৰে পূৰ্ণ। আমি খালি চকুৰে মণিব নোৱাৰো বাবে প্ৰাণহীন বুলি ধাৰণা কৰাটো ভূল আৰু অশুদ্ধ ধাৰণা। ধুমুহাৰ জাক বিলাক আহোতে বোকোছাত লৈ আহে কোটি কোটি সংখ্যক জীৱাণু, বীজানু আৰু ক্ষুদ্ৰ ক্ষুদ্ৰ জীৱন্ত প্ৰাণী যাক চকুৰে মণিব নোৱাৰি। তেনেকৈ শিল, বৰষুণ, বতাহৰ লগত আহে কোটি কোটি নেদেখা জীৱ। ৰ'দ, তাপ আৰু বালিৰ ধুমুহাৰ লগতো তেনেদৰে নেদেখা প্ৰাণ আৰু প্ৰাণী ভৰপুৰ। ক'তো শূন্য ঠাই নাই। আমি মন কৰা উচিত যে বিশ্ব ব্ৰহ্মাণ্ডৰ খালি ঠাই ক'তো নাই; সকলো ঠাই প্ৰাণী আৰু প্ৰাণেৰে পূৰ্ণ বুলি কোৱা হয়। আমি প্ৰাণী জগত আৰু জীৱ জগতৰ মাজতে জীয়াই আছো, আৰু জীয়াই থকা ঠাই ডোখৰতে ডাঙৰ হৈছো, আৰু বিভিন্ন বয়সৰ জ্ঞান ও অভিজ্ঞতা অৰ্জন কৰিছো।

প্ৰাণহীন বুলি ধাৰণা কৰা শুকান গছৰ ডাল, পাত, ঠাৰি, গা-গছ এই সকলো প্ৰাণী জীৱনলৈ আগুৰি আছে, আৰু এই সকলো বিলাকৰ প্ৰিয় বস্তুই সকলোকে প্ৰভাৱিত কৰিছে।

পৃথিৱীৰ এই ক্ষুদ্ৰ মনিব নোৱাৰা প্ৰজাতি বিলাকৰ জন্ম হৈ আছে, সিহঁত মৰিও আছে, মৰা দেহৰ অংশ পৃথিৱী আৰু সূৰ্য্যৰ তাপ, পোহৰ আৰু উত্তাপত বিলীন হৈছে। ই বিলাকৰ মৃত্যুত পৃথিৱীৰ কোনো প্ৰতিক্ৰিয়া হয় বুলি আমি বুজিব নোৱাৰো। পৃথিৱীখনে নিৰ্বাক, নিস্পন্দ, নিৰ্বিকাৰ, প্ৰাণহীন, জীৱহীনৰ দৰে ব্যৱহাৰ কৰি আছে। তাৰ মৌলিক কাৰণ বিশ্লেষণ কৰা আমাৰ বাবে সম্ভৱ নহয়, সেই সম্বন্ধীয় জ্ঞান মানুহৰ অতিকৈ সীমাবদ্ধ। কোটি কোটি মৰা দেহ প্ৰতি দিনে, প্ৰতি মুহূৰ্ত্তে পৃথিৱীৰ বুকুত বিলীন হৈছে, কোটি কোটি নতুন প্ৰাণ আৰু প্ৰাণী প্ৰতি দিনে প্ৰতি মুহূৰ্ত্তে পৃথিৱীৰ ওপৰত জন্ম গ্ৰহণ কৰিছে। কোন শ্ৰেণীৰ দেহ পৃথিৱীৰ কোন অংশত বিলীন হৈছে আমাৰ জ্ঞান নাই। কিছুদিন পিছত পৃথিৱীতো তাৰ চিন মোকাম নেথাকে।

দৰাচলতে পৃথিৱীৰ কোন খণ্ড ঠাইত কি কি পদাৰ্থ বা দ্ৰব্য আছে আমি নেজানো। পৃথিৱীৰ ১০/১২ ফুট তললৈ গাত খান্দিলেই বুজিব পাৰি বিভিন্ন পদাৰ্থৰ অৱস্থান কেনেদৰে আছে। মাটি বুলিলে মাটিৰ অংশ এটা নহয়- মাটিৰ শ্ৰেণীবুজিবলৈ আমাৰ মনত ভাষা বা শব্দও নাই। বালি মাটি, আঠলীয়া মাটি, ৰঙা মাটি, বগা মাটি, কলা মাটি, হালধীয়া মাটি, জাৱৰুৱা মাটি, সেউজীয়া ৰঙৰ মাটি— আৰু বিভিন্ন প্ৰকাৰৰ, কিমান বৰণৰ, কিমান প্ৰকাৰৰ, কিমান শ্ৰেণীৰ মাটি পৃথিৱীত পোৱা যায়; প্ৰতি খণ্ড পৃথক পৃথক তাৰ গুণ, গৰিমা, গঠন ভিত্তি ভিন ভিন ধৰণৰ। বালি মাটি খণ্ড চালেই বুজিব পাৰি- ইয়াৰ ভিতৰত কিমান প্ৰকাৰৰ বিভিন্নতা, অসমতা দেখা যায়। পৰীক্ষাগাৰত পৰীক্ষা কৰি চালে এই মাটিবোৰৰ বিভিন্নতা ধৰা পৰিব। কিছুমান মাটি শুকান, জৰজৰীয়া, কিছুমান তিতা বা আধা তিতা, কোনো খণ্ড বিভিন্ন সাৰৰ সমষ্টিৰে পূৰা, কোনো খণ্ড খৰখৰীয়া, আৰু কিমান প্ৰকাৰৰ মাটি দেখা যায় ....!

কোনো খণ্ড মাটিৰ বুকুত পানী জমা হৈ থাকে। একে পানী বুলিব নোৱাৰি। পানীবো বিভিন্নতা বিদ্যমান। কোনো পানী লোহা জাতীয় সামগ্ৰীৰে পূৰ্ণ, কোনো পানী বেমাৰৰ বীজ নাশক, কোনো পানী বেমাৰৰ সৃষ্টিকাৰক, কিয় এই বিভিন্নতা সৃষ্টি হৈছে আমি নেজানোহক।

ওপৰ খণ্ড মাটি ভাগত পোহৰ, তাপ আৰু কিৰণ পৰে; বতাহৰ আহ যাহ চলে। এই ওপৰ খণ্ড মাটি কোনো কোনো সময়ত বিষাক্ত বা বেমাৰৰ বাহ হৈ পৰে, আৰু কোনো কোনো সময়ত নিৰাপদ উপকাৰীৰ গুণ গ্ৰহণ কৰে; মানুহক বেমাৰ আজাৰৰ পৰা ৰক্ষা কৰে।

পৃথিৱীৰ ওপৰত গজি উঠা বন, বননি, লতা, পাত, গছৰ শিপা আৰু ধাতৱ জাতীয় পদাৰ্থৰ ক্ৰিয়া প্ৰতিক্ৰিয়াত ই স্বাস্থ্যকৰ হৈ থাকে বুলি ভবা হয়, দৰাচলতে কি হৈ থাকে বিশেষকৈ প্ৰমাণ নকৰিলে সঠিককৈ কব নোৱাৰি।

পৃথিৱীখনত ১০/১২ ফুটকৈ দ গাত কৰিলে কি পোৱা যাব পাৰে তাক আগধৰি কোৱা টান। এইটো কব পাৰি যে মাটিৰ স্তৰ বিলাক ভিন ভিন ধৰণৰ। পদাৰ্থ বা দ্ৰব্য সামগ্ৰী পোৱা যায় বিভিন্ন ধৰণৰ। টেলিভিছনত প্ৰদৰ্শন কৰা দৃশ্য ৰাজি চাই কব পাৰি বা অনুমান কৰিব পাৰি- সাগৰৰ বুকুত থকা ভুখণ্ডত কি থাকে বা কি আছে। সাগৰৰ পানীৰ তলত সীমাহীন সংখ্যক মাছ, কাছ, জীৱ, জন্তু, সাপ, অক্টোপাছ, বিভিন্ন শ্ৰেণীৰ জীৱিত গছ-গছনি, ফল-ফুল দেখিবলৈ পোৱা যায়। ধাৰণা হয় আমি যেন এখন নতুন পৃথিৱী সৌন্দৰ্য্যশালী পৃথিৱী দেখিছোহক।

ডাঙৰ ডাঙৰ নদী বিলাকৰ বুকুত পানীত কিমান কিমান যে জীৱন্ত প্ৰাণী দেখা যায়, ভাবিলে তবধ মানিব লাগে। ঘৰিয়াল, সাপ, ভিন্ন ভিন্ন শ্ৰেণীৰ সাপ, মাছ, কাছ, মাছ ধৰা চৰাই, হৰেক প্ৰকাৰৰ হৰেক নামৰ ধুনীয়া ধুনীয়া সৌন্দৰ্য্যময়ী চৰাইৰ জাক, মানুহে নাম দিবলৈ নোপোৱা বহু বিধ চৰাইৰ জাক, মাজে মাজে বিদেশৰ পৰা উৰি অহা চৰাইৰ জাক, ঘৰিয়াল, সিংহ, মাছ ধৰিবলৈ যোৱা ভালুকৰ জাক, পানী বিচাৰি ফুৰা সিংহ, বাঘ, গাহৰি, গৰু, ঘোঁৰা, বনৰীয়া ছাগলী, জেব্ৰা, হাতী আদি কিমান প্ৰকাৰৰ জন্তুৰ সমাবেশ হয়, ভাবিলে আচৰিত যেন অনুমান হয়। সেই নদীৰ পাৰতেই বা ওচৰে পাজৰে ডাঙৰ বলবান জন্তুটোৱে সৰু জন্তুটোক আক্ৰমণ কৰি বধ কৰিছে- নাইবা মৃত প্ৰাণীটোৰ মাংস, তেজ নাড়ী-ভুড়ি ভক্ষণ কৰিছে। তৃণভোজী প্ৰাণীটোৱে যি প্ৰাণীক মাৰিছে বা হত্যা কৰিছে বিবাদৰ পৰিস্থিতি সৃষ্টি হোৱা কাৰণত মৃত জন্তুটো ভক্ষণ নকৰি ঠাইতে এৰি গৈছে, কিছু সময় পিছত শিয়াল, কুকুৰ, কাউৰীয়ে মিলি মৃত প্ৰাণীটোৰ মাংস ভোজন কৰিছে।

বহু হেজাৰ হেজাৰ নদী পৃথিৱীত বৈ আছে - পাহাৰ বা ওখ ঠাইৰ পৰা বৈ

আহি আহি ক্ৰমে দ ঠাই, বিল, সাগৰ বা ডাঙৰ নদী বা জলাশয়ত পৰিছে। প্ৰতিটো নদীৰ পানী একে শ্ৰেণীৰ বুলিব নোৱাৰি। নদীয়ে নদীয়ে মাটিৰো বিভিন্নতা আছে। পানীৰ সোতৰ ধৰণো একে নহয়। সোতৰ দ্ৰুততৰ কম বেছি আছে। দেখোতেই খালী চকুৰে দেখি কোনো নদীৰ পানী সেউজীয়া। কোনো কোনো নদীৰ পানী হালধীয়া, কোনো কোনো নদীৰ পানী ৰংচুৱা, কোনো কোনো নদীৰ পানী মাটিৰে ঘোলা হৈ থাকে। কোনো কোনো নদীত মাছ পুঠিৰ মাত্ৰা কম, কোনোটোত বেছি, কোনো কোনো নদী স্ৰোতস্বিনী, কোনো কোনো নদী কম স্ৰোতস্বিনী।

হাবি বা জংঘলৰ মাজে মাজে কুলু কুলু ধ্বনিৰে পাৰ হৈ যোৱা নদী বিলাক মানুহৰ অতি প্ৰিয়, অতি মৰমৰ। কবি, সাহিত্যিক আৰু গল্পকাৰ সকলে এই নদীকেই কেন্দ্ৰ কৰি কত কবিতা, কাহিনীআৰু গল্প সৃষ্টি কৰিছে। ভাৰতৰ গঙ্গা, ব্ৰহ্মপুত্ৰ আৰু সিন্ধু নদী যুগে যুগে সমাদৃত আৰু পুজিত।

পুৰণি দিনৰ ধৰ্মশাস্ত্ৰসমুহৰ বেছি ভাগেই ৰছিত হৈছিল নদীৰ পাৰত বা নদীৰ সৌন্দৰ্য্যৰ প্ৰভাৱত। কৃষি আৰু জীৱন ধাৰণ প্ৰণালীত ভাৰতৰ ঋষি মুনি সকলে নদী সভ্যতাৰ আশ্ৰয়ত আশ্ৰিত আছিল। পুৰণি দিনৰ ধৰ্ম শাস্ত্ৰ বিলাক ৰচনা কৰোতে ঋষি মুনি সকলে নদীৰ ওপৰত প্ৰাধান্য দিছিল, নদীক প্ৰণাম জনাইছিল, মাতৃৰূপে সম্বোধন কৰিছিল, আৰু কোনো কোনোৱে পিতৃৰূপে শ্ৰদ্ধা প্ৰদৰ্শন কৰিছিল।

পৃথিৱীৰ বুৰঞ্জীত নদী সভ্যতাৰ স্থান বহু ওপৰত। নদীৰ পানীৰ সহায়ত মানুহে দূৰ দূৰণিৰ দেশত বেহা-বেপাৰ, আমদানি ৰপ্তানী কৰিছিল। নদীৰ পাৰত ডাঙৰ ডাঙৰ চহৰ নগৰ প্ৰতিষ্ঠা হৈছিল, ব্যৱসায় কেন্দ্ৰ গঢ়ি উঠিছিল, যাতায়তৰ ডাঙৰ যোগাযোগৰ ব্যৱস্থা হিচাপে নদীবোৰক ব্যৱহাৰ কৰা হৈছিল। নদীৰ পাৰত মানুহে আশ্ৰয় লৈছিল আৰু তেতিয়াৰ পৰাই নদীৰ পাৰবোৰ সভ্যতাৰ কেন্দ্ৰস্থল হিচাপে বিবেচিত হৈছিল।

সাগৰৰ মাটিৰ বিভিন্নতাৰ দৰে নদীৰ মাটিতো হৰেক প্ৰকাৰৰ বিভিন্নতা পৰিদৃশ্য হয়। নদীৰ পাৰত বহি নদী বৈ যোৱা ঠাই বিলাক চালেই দেখা যায় যে নদীৰ পাৰৰ বিভিন্ন প্ৰকাৰৰ মাটিৰ বিভিন্ন ৰকমৰ স্তৰ। ৰঙা, ক'লা, কম ৰঙা, হালধীয়া, ৰঙচুৱা, শিলাময়, কমশিলাময় বা একেবাৰে শিল নথকা মাটি, গেৰুৱা ৰঙৰ মাটি কত যে মাটিৰ স্তৰ। কোনো কোনো নদীত সোণৰ টুকুৰা ভাহি

আহে উভলা গছ ভাহি আহে; নদীত পৰা বিভিন্ন সামগ্ৰী ভাহি আহে, মাজে মাজে মৰা গৰু, হাতী, মানুহৰ মৃত দেহো ভাহি আহে। বিচিত্ৰতাৰে পৰিপূৰ্ণ নদীত ভাহি অহা বস্তুবোৰ, বিচিত্ৰতাৰে পৰিপূৰ্ণ নদীৰ বুকুৰ মাটিবোৰ, বিচিত্ৰতাৰে পৰিপূৰ্ণ নদীৰ পানীবোৰ। একেটা নদীৰ পানী ভিন্ন ধৰণৰ। ঘোলা পানী, চাফা পানী, হালধীয়া, ৰংচুৱা পানী আৰু কত ৰঙ ধাৰী পানী!

বিভিন্ন নদীত বাস কৰা মাছৰ প্ৰজাতি বিলাকৰো বহুতো ক্ষেত্ৰত বিভিন্নতা দেখা যায়। কোনো নদীত শিহু, কোনো নদীত, কাছ, দুৰা, কোনো নদীত বৰালি, ৰৌ, কোনো নদীত মাগুৰ, কাৱৈ, গৰৈ, কোনো নদীত দৰিকণা, পুঠি, ম’ আদি ভিন্ন ভিন্ন প্ৰজাতিৰ মাছৰ প্ৰাদুৰ্ভাব পৰিলক্ষিত হয়।

কোনো কোনো নদীত সাপ ওপঙি ফুৰা দেখা যায়, কোনো নদীত সাপ দেখা নেযায়। কোনো নদী বাম, নাও, ভেল আদি নচলে; কোনো নদী দ, স্ৰোতস্বিনী তাত নাও, ভেল ওপঙা, বাহৰ দম আদি ভাহি ফুৰে, আৰু মানুহে সেই বিলাকত উঠি নদী ভ্ৰমণ কৰে, মাছ মাৰে, চৰাই জন্তু আদি চিকাৰ কৰে।

ব্ৰহ্মপুত্ৰ, গংগা, যমুনা মহানদী, গোদাৱৰী আদি ডাঙৰ ডাঙৰ নদী বিলাক মানুহৰ ব্যৱসায় আৰু যাতায়তৰ কেন্দ্ৰ।

নদীৰ উপৰিও খাল, বিল, হ্ৰদ, পানী জমা হোৱা দ ঠাই বিলাকলৈ লক্ষ্য কৰিলে দেখা যায় যে এই বিলাক মাটিৰ ভিতৰত হৰেক প্ৰকাৰৰ বিভিন্নতা দেখা যায়। তাত ওপজা বন, বননি, জংঘল বিলাকৰো প্ৰভেদ দেখা যায়। তাত থকা মাছ বিলাকৰো যথেষ্ট বিভিন্নতা পৰিদৃশ্য হয়। নদী খালত নথকা প্ৰজাতিৰ কেবাবিধো মাছ তাত দেখা যায়। মূলতঃ মাছৰ শিঙি, কাৱৈ, গৰৈ, সৰু সৰু নিছলা, তুৰি, বটিয়া, বেছা, পুঠি, কত ৰং বিৰঙৰ মাছ ই বিলাক ঠাইত দেখা যায়। কিন্তু খাল, বিল, হ্ৰদ ভেদে মাছ পুঠিৰ বিভিন্নতা দেখা যায়। মানুহে দেখা আৰু চকুৰে মণিব পৰা প্ৰজাতিৰ কথা বাৰু এৰিলো, কিন্তু চকুৰে মনিব নোৱাৰা প্ৰজাতি বিলাক যে পৃথক, পৃথক তাক সহজে বুজা টান।

নদী, বিল, খাল, বিলাক, হ্ৰদ বিলাকৰ অৱস্থান ভেদে সৌন্দৰ্য্যৰ আকৰ। কোনো কোনো ঠাইত পাহাৰ-পৰ্ব্বত, গছ-গছনি, বন-জংঘল, ফুল, গছ বিভিন্ন শ্ৰেণীৰ লতাৰ সমাহাৰে ঠাইডোখৰ সৌন্দৰ্যশালী কৈ গঢ়ি তোলে। তদনুৰূপ সেই নদী, হ্ৰদ, খাল, বিলৰ সৌন্দৰ্য্যও আকৰ্ষণীয় বিকৰ্ষণীয় হৈ পৰে। বতাহৰ গতি ঠাণ্ডা গৰমৰ প্ৰভেদো এই সৌন্দৰ্য্যশালীতাক বেছি প্ৰাণবন্ত কৈ গঢ়ি তোলে।

সাগৰ, নদী, বিল, হ্ৰদ, দ ঠাই বিলাকৰ সাধাৰণ ঘটনা আৰু দৃশ্য ৰাজি অনুধাৱন কৰিলে বুজা যায় যে পৃথিৱীৰ পানী ভাগৰ যথেষ্ঠ বিভিন্নতা আছে, মাটিৰ ক্ষেত্ৰতো বহু বিভিন্নতা আৰু মাটিৰ স্তৰৰ ক্ষেত্ৰত আৰু গুণাৱলীৰ ক্ষেত্ৰতো অনেক বিভিন্নতা দৃশ্যমান।

বহুধা শক্তি আৰু সম্পদৰ অধিকাৰী এই পৃথিৱীখন, বিচিত্ৰতাৰ গঠন প্ৰণালী, বিচিত্ৰতাৰ বিভিন্ন অংশৰ অৱস্থান, বিচিত্ৰতাৰ শক্তি আৰু গঠন প্ৰণালী।

## পাহাৰবোৰ

পৃথিৱীত সীমাহীন সংখ্যক পাহাৰ পৰ্বত দেখিবলৈ পোৱা যায়। পাহাৰৰ সংখ্যা হিচাপ কৰা সম্ভৱ নহয়। কেইটামান শ্ৰেণীত পাহাৰ বোৰ নামাকৰণ কৰা হৈছে আৰু সকলো পাহাৰকে ই যেই সেই নামাকৰণৰ মাজলৈ আনিবলৈ যত্ন কৰা হৈছে, এনে প্ৰচেষ্টাৰ দ্বাৰা পাহাৰ পৰ্বতৰ বিষয়ে সাধাৰণ জ্ঞান হ'ব তাত সন্দেহ নাই। কিন্তু বিতং অৰ্থত বা বহল অৰ্থত নহয় বা হ'ব নোৱাৰে।

পাহাৰ পৰ্বতবোৰ পৃথিৱীৰ মেৰুদণ্ড বুলি কোৱা হয়। পাহাৰ পৰ্বতবোৰৰ প্ৰতিটো শিল প্ৰতিদাল গছ, লতা, বা তাত বসবাস কৰা জীৱ জন্তু এই সকলোবোৰ মিলিহে পাহাৰ বা পৰ্বত। কোনো কোনো শিল কিছু বছৰ পিছত ভাঙে বুলি কোৱা হয়, ভঙা শিলৰ টুকুৰা বিলাক মাটিলৈ ৰূপান্তৰিত হয়। পাহাৰত কয়লা, তেল, চূণ আদি বিভিন্ন ধাতৱ পদাৰ্থ সমূহ পোৱা যায়। পাহাৰৰ মূল্যবান কাঠবোৰৰ দ্বাৰা আমি ঘৰ সাজো, ফাৰ্ণিছাৰ তৈয়াৰ কৰো, আৰু কাঠৰ ব্যৱসায় কৰি এদল লোকে অৰ্থ উপাৰ্জন কৰে। সকলো মানুহৰ ঘৰ, মানুহ বহা ঘৰ, স্কুল কলেজ, ডাক্তৰখানা, চিনেমা হল, গীৰ্জা, মজজিদ, নামঘৰ, দোকান-পোহাৰ, আদিও কাঠৰ ফাৰ্ণিছাৰ, চেয়াৰ, টেবুল আদি ব্যৱহাৰ কৰা হয়। আনহাতে পাহাৰৰ শিলবোৰ ভাঙি সৰু সৰু টুকুৰাত পৰিণত কৰা হয়, তাৰে সহায়ত মানুহে ডাঙৰ ডাঙৰ বিল্ডিং, নদীবোৰৰ ওপৰৰ পকী দলং তৈয়াৰ কৰে। পৃথিৱীত পকী বিল্ডিং ঘৰৰ সংখ্যা বহুগুণে বাঢ়ি গৈছে, আৰু বাঢ়ি আছে, আৰু বাঢ়ি থাকিব বুলি ধাৰণা কৰা হৈছে। মানুহ বাঢ়ি যোৱাত আৰু বাসোপযোগী মাটিৰ পৰিমান যথেষ্ঠ কমি যোৱাত মানুহে তলাতল পকী বিল্ডিং সজাত নিজকে ব্যস্ত কৰিবলৈ বাধ্য হৈছে।

পাহাৰৰ শিল ভাঙিলে বালিৰ সৃষ্টি হয়, সেই বালি পানীয়ে নি বিভিন্ন নদীত পেলায়, নদীৰ পৰা সেই বালি মানুহে তুলি আনি পকী বিল্ডিং আৰু পকী ঘৰত

ব্যৱহাৰ কৰে। পাহাৰ পৰ্বতৰ শিল, বালি, কাঠ আধুনিক সভ্যতাৰ অগ্ৰগতিৰ ক্ষেত্ৰত অপৰিহাৰ্য্য সমল বুলি মানুহৰ ধাৰণা।

পাহাৰ, পৰ্বতবোৰ ইতিহাসৰ সাক্ষী। পাহাৰৰ শিলবোৰ পৰীক্ষা কৰি বৈজ্ঞানিক সকলে সেই শিলৰ জন্ম কাল মোটামুটিকৈ নিৰ্ধাৰণ কৰিব পাৰে। পাহাৰৰ কোনো কোনো ঠাইত বা মাজে মাজে মাটি বা বালি দেখা যায়। সেই বিলাকৰ বৰণ, ৰং, পৰিষৰ ভিন ভিন ধৰণৰ।

শিল এটা ভাঙি টুকুৰা কৰিলে শিলৰ ভিতৰত বহু ধৰণৰ ৰং, দাগ আদি দেখা যায়। এটা শিল তৈয়াৰ হওতে কিমান বছৰৰ প্ৰয়োজন হৈছিল, আৰু কিমান বছৰ আগেয়ে সেই প্ৰয়োজনৰ সূচনা হৈছিল শিল বিশেষজ্ঞ সকলে মোটামুটিকৈ কব পাৰে। পাহাৰ গঠন হওতে, শিল তৈয়াৰ হওতে হেজাৰ হেজাৰ বছৰৰ প্ৰয়োজন হোৱা বুলি ধাৰণা কৰিব পাৰি। যুগ যুগ ধৰি ৰক্ষিত হৈ অহা শিলবোৰে আমাক বুৰঞ্জীৰ জ্ঞান দিয়ে। আমাক ইয়াকে বুজাই দিয়ে যে পৃথিৱীত শিলবোৰ এদিনতে সৃষ্টি হোৱা নাছিল। একেখন পাহাৰতে বিভিন্ন যুগৰ আৰু বিভিন্ন বছৰৰ সৃষ্ট শিলৰ অৱস্থান পোৱা যায়। শিলবোৰে পৃথিৱীৰ সৃষ্টি কাৰ্য্যৰ সাক্ষী দিয়ে সঁচা,- কিন্তু সেই সত্য আচৰিত ধৰণৰ আৰু চমকপ্ৰদ। পৃথিৱীয়ে কোনো এটা দিনত বা কোনো ক্ষণত সৃষ্টি হোৱা নাই, পৃথিৱীৰ সৃষ্টিৰ কাৰণে লক্ষ লক্ষ বছৰ, মাহৰ প্ৰয়োজন হৈছিল তাৰেই বিশ্বাসযোগ্য ইংগিত বহন কৰে শিলবোৰে।

পানী আৰু বৰফে আগুৰি থকা পৃথিৱীখনৰ প্ৰাণীজীৱ সৃষ্টি হোৱাৰ সময়ত সেই প্ৰাণীকুলে আশ্ৰয় লৈছিল প্ৰথমতে পাহাৰৰ দৰে ওখ ভূমিত। বহু বছৰৰ পিছত বহু পাহাৰ ওখ হয়, ৰূপান্তৰিত হয় বৰফলৈ। এনে হোৱাত উত্তৰ আৰু দক্ষিণ মেৰুৰ বৰফবোৰ শিলৰ দৰে টান হয় আৰু পানীবোৰ ধৰি ৰাখিবলৈ সক্ষম হোৱাত আজিৰ সাগৰ বোৰ আমি পাইছো। পৃথিৱীৰ তিনি চতুৰ্থাংশ ঠাই  বৰফ আৰু পানীৰেই আগুৰি আছে; মাটি হেনো এক চতুৰ্থাংশ। বৰফৰ পানীবোৰ গলিলে পৃথিৱীখনত সাগৰৰ পানী বাঢ়িব পাৰে বুলি বহুতে আশংকা কৰে। বহুত বৈজ্ঞানিকে কয় যে বৰফ গলিবলৈ আৰম্ভ হ'লে পৃথিৱীৰ বৰ্ত্তমানৰ সাগৰবোৰ উপচি পৰিব। ডাঙৰ হ'ব, আৰু পৃথিৱীখনক পানীয়ে আগুৰি পেলাব পাৰে।

দেখা যায় পাহাৰ পৰ্বতবোৰেই নদীৰ জন্মস্থান হিচাপে স্বীকৃত। পানীৰ প্ৰথম নিজৰা বা সোঁত আৰম্ভ হয় পাহাৰৰ শৰীৰৰ পৰাই আৰু সি ওখ, দ ঠাই ভেদ কৰি অকীয়া-পকীয়াকৈ বৈ আহে দ ঠাই বিলাকলৈ। নদীয়ে দ ঠাইবোৰ পুতে। খাল

বিল আৰু দ ঠাই বিলাক সমান কৰে। পাহাৰৰ ভঙা শিলৰ টুকুৰা, শিলৰ বালি আৰু অন্যান্য মূল্যবান বস্তু বিলাক উটুৱাই লৈ আহে, আৰু মানুহে সেই বস্তুবোৰ নদীৰ বুকুৰ পৰা সংগ্ৰহ কৰাৰ সুযোগ লয়। পাহাৰ পৰ্বত আৰু নদীবোৰৰ সৃষ্টিকাৰী মানুহ নহয়। এইবোৰৰ সৃষ্টি কাৰক, প্ৰকৃতি। প্ৰকৃতিৰ বিকাশৰ বা আচৰিত পৰিৱৰ্ত্তনৰ ধাৰাত এইবিলাক সৃষ্টি হৈছে আৰু অনন্ত কালৰ পৰা বিৰামহীন ভাবে চলি আছে।

পাহাৰৰ মাটিবোৰত, নদীৰ বুকুৰ মাটিবোৰত, নদীৰ পাৰৰ ব্যৱহাৰৰ উপযোগী মাটি বিলাকত মানুহে পট্টা, দাগ আদি সৃষ্টি কৰি নিজৰ দাবী প্ৰতিপন্নৰ ব্যৱস্থা কৰে, যেনিবা নদী আৰু পাহাৰ পৰ্বত মানুহেই সৃষ্টি কৰিছে। মানুহৰ এই ধাৰণা ভুল। মানুহৰ মালিকী স্বত্ব দাবী কৰাৰ কোনো ন্যায় সন্মত বা বৈধ অধিকাৰ নাই।

বেছি ভাগ দেশৰ চৰকাৰ বিলাকে নদী, পাহাৰ পৰ্বতৰ গছ-গছনি, শিল, বালি আদিৰ ওপৰত চৰকাৰৰ বন বিভাগৰ আৰু কোনো ক্ষেত্ৰত ৰাজহুৱা বিভাগৰ অধিকাৰ সাব্যস্ত কৰে, আৰু ঠিকা-ঠুকুলি আদিৰ মাধ্যমেৰে চৰকাৰে বুজন পৰিমানৰ ধন সংগ্ৰহ কৰে। মানুহে চৰকাৰৰ অধিকাৰ দাবী অমান্য কৰিলে আইনৰ চকুত দোষী বুলি সাব্যস্ত হবলৈ আৰু তেনে অপৰাধৰ ফলশ্ৰুতি হিচাপে জেল, জৰিমনা আদিৰো সম্মুখীন হ'বলৈ বাধ্য হয়।

দেশৰ বিত্তশালী আৰু ক্ষমতাশালী ব্যক্তিসকলে চৰকাৰক প্ৰভাৱিত কৰি এই প্ৰাকৃতিক সম্পদবোৰ নিজৰ বুলি পট্টা ভুক্ত কৰি লয়। সেই ঠাইৰ জৰিত গৰীব কৃষকসকলক ৰায়ত হিচাপে পট্টন কৰে, আৰু জমিত পৰা পোৱা খাজনা, টেক্স আদি যুগ যুগ ধৰি ভোগ কৰি আছে। এইদৰে পট্টাভুক্ত কৰি লোৱা জমিৰ বিৰুদ্ধে সম্প্ৰতি কালত পৃথিৱীজুৰি জাগৰণ হৈছে,- আনকি চৰকাৰ সমুহে দাবী কৰা অধিকাৰ আৰু ক্ষমতাৰ বিৰুদ্ধেও পৃথিৱী ব্যাপি জাগৰণ হৈছে। যুগ যুগ ধৰি পাহাৰ, ফৰেষ্ট আৰু নদীৰ বাসোপযোগী অঞ্চলত বাস কৰি দুখীয়া, মেহনতী, কৃষক শ্ৰমিকক জোৰ জবৰদস্তিকৈ তেওঁলোকৰ বাসস্থানৰ ঘৰ ভাঙি দি, মাৰপিত কৰি, গ্ৰেপ্তাৰ কৰি জেললৈ নি উৎখাত কৰা হৈছে।

যি বিলাক সামগ্ৰীৰ সৃষ্টি বা জন্ম কাহিনী মানুহে নেজানে, যাৰ সৃষ্টিৰ ইতিহাস সম্বন্ধে মানুহৰ তিল মানো জ্ঞান নাই - তেনে সামগ্ৰী বা বস্তুৰ ওপৰত আধিপত্য প্ৰতিষ্ঠা কৰিবলৈ যোৱাটো হাস্যকৰ কথা।

মানুহৰ কৰা কাৰ্য্য অমানৱীয়, জ্ঞানহীন আৰু ক্ষমতালাভৰ অন্ধ প্ৰৰোচনা,

আৰু যুক্তিহীন বিচাৰ বিবেচনা। এই অৱস্থানৰ এদিন সমধান হ'ব বুলি দৃঢ়ভাবে বিশ্বাস কৰিব পাৰি।

পাহাৰ পৰ্বত আৰু উচ্চ স্থান বিলাক নষ্ট কৰা, অপব্যৱহাৰ কৰাৰ ফলত প্ৰকৃতিয়ে কিন্তু তীব্ৰ প্ৰতিৰোধ গ্ৰহণ কৰাটো আমি দেখিছো আৰু শুনিছো। পাহাৰ অঞ্চলত আশ্ৰয় লোৱা আৰু জোৰ জবৰদস্তিকৈ বসতি স্থাপনৰ উদ্দেশ্যে বহুতো ঠাইত পাহাৰৰ মাটিবোৰ কাটি পেলোৱা হয়; কাটি পেলোৱা মাটিৰ কাষত থকা প্ৰকাণ্ড প্ৰকাণ্ড শিলবোৰ তললৈ খহি পৰে, এইভাবে পৃথিৱীৰ বহু মানুহ মৃত্যু মুখত পৰা খবৰ আমি পাওঁহক। এনেকৈয়ে চৰকাৰে সজোৱা গড়কাপ্তানী পথ, হাইওৱে পথ, নলা নৰ্দমা বিলাকে খন্দা আৰু শিল খহি ব্যক্তিৰ ঘৰৰ চোতালত বা ৰাস্তা বিলাকত পৰে; ফলত মানুহ মৰে যানজোটৰ সৃষ্টি হয়, আৰু সমাজৰ ক্ষতি সাধন হয়। গুৱাহাটী চহৰৰ ওচৰে পাজৰে মাটি খন্দা পাহাৰ খহি বহু মানুহৰ মৃত্যু হৈছে। ই যেন প্ৰকৃতিৰেই প্ৰতিশোধৰ ফল।

বিল আৰু ডাঙৰ ডাঙৰ খাল বিলাকৰ কথা চিন্তা কৰা যক। বিল, খাল আৰু মাছ জমা হোৱ দ অঞ্চল বিলাকত হয়তো কোনোবাই পট্টাভুক্ত কৰি নিজা স্বাৰ্থত দখল কৰি আছে, নাইবা চৰকাৰে সেইবোৰ ডাকত বিক্ৰী কৰি ৬ মাহ ১ বছৰ আৰু দীঘলীয়া সময়লৈকে লীজৰ ব্যৱস্থা কৰি লেছীৰ পৰা টকা সংগ্ৰহ কৰিছে। লেছী সকলে সেই প্ৰকৃতি সৃষ্ট খাল, বিল, দ ঠাই বিলাকত মাছ পুহি, মাছ মাৰি, বিক্ৰি কৰি হেজাৰ হেজাৰ টকা উপৰ্জন কৰিছে। কোনো স্থানীয় লোকে এই প্ৰকৃতি দত্ত ঠাইবিলাকত মাছ মাৰিবলৈ বা গৰু গাহৰি চৰাবলৈ অনুমতি দিয়া নহয়। সেই অঞ্চল বিলাক বেদখল কৰাত সীমাহীন বিবাদ আৰু কাজীয়াৰ সৃষ্টি হৈছে।

সম্প্ৰতি গণ আন্দোলনৰ হেচাঁত পিছ পৰা অনুসুচীত শ্ৰেণীৰ লোকৰ অগ্ৰাধিকাৰ দিব সিদ্ধান্ত গ্ৰহণ কৰা হৈছে, কিন্তু চৰকাৰী ব্যৰ্থতাৰ কাৰণে সেই সিদ্ধান্ত কাৰ্য্যকৰী নোহোৱা হৈছে।

নদী বৈ থকা বা স্ৰোতস্বিনী পানীৰ সোঁত থকা সৰু বৰ নদী, নলা, দোং বিলাকক নিয়ন্ত্ৰণ কৰাৰ ব্যৱস্থা আৰম্ভ কৰা হৈছে। ভাৰততো বহু ঠাইত সোঁতবোৰ বন্ধ কৰি, বন্ধ পানীৰ অংশ বিলাকক লগ লগাই ডাঙৰ ডাঙৰ দ খালৰ জন্ম দিয়া হৈছে, আৰু সেই জমা হোৱা পানীবোৰ নিৰ্দ্দিষ্ট ঠাইৰে উলিয়াই দিয়া হয়, আৰু পানী উলিয়াই দিয়া ঠাইবোৰত মেছিন বহুৱাই বিজুলি তৈয়াৰ কৰাৰ পদ্ধতি

ভাৰততো গ্ৰহণ কৰা হৈছে। ইতিমধ্যে হাইডেল প্ৰজেক্ট সৃষ্টি কৰা হৈছে। এই প্ৰজেক্ট বিলাকৰ পৰা বিজুলি উৎপাদন কৰা হৈছে, সাৰ কাৰখানা কৰা হৈছে, সৰু সুৰা শিল্প উদ্যোগো গঢ়া হৈছে। দেখাত মানুহৰ এই প্ৰচেষ্টা ভাল যেন অনুমান হয়, কিন্তু দোষণীয় অশুদ্ধ ভাবে কৰা প্ৰজেক্ট বিলাকে স্থানীয় ৰাইজৰ ক্ষতি সাধন কৰিছে। বহুতো প্ৰকৃতি বিদে এই প্ৰজেক্ট বিলাক প্ৰকৃতিৰ ভাৰসাম্য বিৰোধী বুলি মত পোষণ কৰিছে। কোনো কোনো প্ৰজেক্ট বন্ধ কৰিবলৈ অনশন, ধৰ্মঘট, গ্ৰেপ্তাৰ বৰণৰ দৰে প্ৰভাৱশালী কাৰ্য্য সমূহ অনুষ্ঠিত হৈছে।

বানপানী প্ৰতিৰোধ কৰিবলৈ নদী, খাল, বিল, সাগৰ আদিৰ কেবাঠাইতো মথাউৰি সজা হৈছে, কোনো কোনো ঠাইৰ মথাউৰিয়ে মানুহৰ উপকাৰ সাধিছে - ই নিসন্দেহ। কিন্তু কোনো কোনো ঠাইত এই মথাউৰি বিলাক ছিগি প্ৰকাণ্ড প্ৰকাণ্ড বানপানীৰ সৃষ্টি কৰিছে। হেজাৰ হেজাৰ মানুহ মৰিছে, গৰু, ছাগলী, ঘোঁৰা, ম'হ আদি মৰা পৰিছে, ঘৰ সমূহ ভাঙিছে আৰু খেতি পথাৰ নষ্ট হৈছে। মথাউৰি বিলাকৰ সম্বন্ধে মানুহৰ মতামত একে ধৰণৰ নহয়।

নদী, খাল, বিল, আৰু দ ঠাই বিলাকত ইমানবোৰ ঘটনা ঘটি আছে, ইমানবোৰ জীৱ বধ কৰা হৈছে, ইমানবোৰ মাৰামাৰি আৰু কাজিয়াৰ ঘটনা হৈছে, ইমানবোৰ দেৱানী, ফৌজদাৰী মোকৰ্দ্দমা সৃষ্টি কৰি মানুহৰ বিৰুদ্ধে জুলুম সৃষ্টি কৰা হৈছে, প্ৰকৃতিয়ে যেন একো নেজানে! প্ৰকৃতি নিৰৱ, পৃথিৱী নিৰৱ, নিস্তব্ধ।

পাহাৰ পৰ্বতৰ ঘটনাবিলাকতো প্ৰকৃতি নিমাত, পৃথিৱী নিমাত। পাহাৰ পৰ্বতৰ মাংসভোজী বাঘ, ভালুক, সিংহ, শিয়াল, কুকুৰ আদিয়ে কিমান শ, শ প্ৰাণী প্ৰতিদিনে বধ কৰি আছে, কিমান বনভোজী প্ৰাণীৰ মাংস ভক্ষণ কৰি আছে; সাপে কিমান মানুহ বধ কৰিছে, চিকাৰী চৰায়ে কিমান জীৱ বধ কৰিছে; কিমান মানুহ, গৰু, ছাগলী, জীৱ-জন্তু প্ৰতিদিনে পাহাৰ পৰ্বতত নিধন হৈ আছে- তাৰ শুদ্ধ হিচাপ দিব নোৱাৰিলেও এইটো দাঠি কব পাৰি যে বহু শ, শ জীৱন দিনে নিধন হৈ আছে। নিজৰ বুকুত ঘটা এই ঘটনা বিলাকৰ কথা পৃথিৱীয়ে ভালকৈ জানে। প্ৰতিৰোধ কৰাৰ কাৰণে দৃশ্যমান কোনো ব্যৱস্থা পৃথিৱীয়ে গ্ৰহণ কৰা নাই। পৃথিৱীৰ নিশ্চল, নিচ্চুপ অৱস্থা আমি মানুহ সকলে লক্ষ্য কৰিছো। পৃথিৱীৰ এনে স্থিতি কিয় হৈছে? হয়তো প্ৰকৃতিৰ মঙ্গলৰ কাৰণেই এনে অৱস্থান গ্ৰহণ কৰিছে।

পাহাৰৰ গছবোৰ চোৰাংকৈ কটা হৈছে, শিলবোৰ চুৰি কৈ নি ব্যৱসায় চলোৱা হৈছে, মূল্যবান ঔষধি গছবোৰ ধ্বংস কৰা হৈছে, পহু, ছাগলী, হাতী, ঘোঁৰা আদি

জন্তু বিলাক বধ কৰা হৈছে, প্ৰকৃতিৰ সম্পদবোৰ উধাই মুধাই ধ্বংস কৰা হৈছে, বন খণ্ড ধ্বংস কৰা হৈছে। পৃথিৱীয়ে নিজে কিন্তু কোনো প্ৰতিক্ৰিয়া প্ৰকাশ কৰা চকুত পৰা নাই।

কিন্তু মন কৰিব লগীয়া কথা হৈছে এই যে, পুৰণি দিনৰ ইতিহাস প্ৰণেতা আৰু বিশ্লেষক সকলৰ মত হৈছে যে পুৰণি কালত খাল, বিল, নদীৰ নাইবা সাগৰৰ ওপৰত কোনো স্বত্বাধিকাৰ দাবীকাৰী লোক নাছিল। মানুহে কৃষি কাৰ্য্য কৰিছিল, মাটিৰো অভাৱ নাছিল, পকী বিল্ডিং নেবান্ধিছিল। গতিকে শিল, বালি, ইটাৰ দৰে সামগ্ৰীৰ প্ৰয়োজন আজিৰ দৰে হোৱা নাছিল। মানুহ, জাতি হিচাপে ক্ষুদ্ৰ আছিল এইবোৰৰ ওপৰত আধিপত্য দাবীৰ প্ৰয়োজন নাছিল, আৰু সেই কাৰণে মাটি, নদী, পৰ্বত আদিত দাগ বা জমাবন্দী ভুক্ত কৰাৰ প্ৰয়োজন নাছিল। মানুহে সময়ত বনৰীয়া জন্তুৰ দৰে ঘূৰিফুৰা নাইবা নঙঠা, ঘৰ-দুৱাৰ নথকা, অঘৰী লোকৰ দৰে আছিল। ব্যক্তিগত সম্পত্তি আহৰণৰ প্ৰয়োজন নাছিল। জুইৰ ব্যৱহাৰ আৰু হাতিয়াৰৰ ব্যৱহাৰ মানুহৰ মাজত প্ৰচলিত হৈছিল মাত্ৰ তাহানি দিনত।

গতিকে পাহাৰ, পৰ্বত, নদী, বিল, খাল আদিত মানুহৰ স্বত্ব প্ৰতিষ্ঠাৰ দিন বহুত পুৰণি নহয়। অধিকাৰ বা স্বত্বৰ দাবী উত্থাপন এদিনতে বা এটা সময়তে হোৱাটোও সত্য নহয়। এই দাবী বিলাক উত্থাপন কৰোতে বহুত সময় আৰু কেবা প্ৰকাৰৰো সমাজ ব্যৱস্থা পাৰ হৈছে। দেখা যায় আদিম স্বত্বহীন, দাবীহীন মানুহে এই স্বত্ব আৰু স্থায়িত্ব দাবী কৰিছে অতীতৰ কোনো স্বত্ব বা অধিকাৰ নথকা স্বত্বেও।

প্ৰকৃতিৰ বিপদশঙ্কুল, ভয়াবহ, সৰ্বনাশীয় পৰিস্থিতি বিলাক চম্ভালিবলৈ লওতে লাহে লাহে মানুহৰ নিজৰ ভিতৰত সামাজিক জ্ঞান, সামাজিক ধ্যান-ধাৰণা, আৰু প্ৰয়োজনীয়তা বোধ সৃষ্টি হয়। বাঘ, ভালুক, সিংহ, শিয়াল, ঘৰিয়াল, সাপ আদি জানোৱাৰৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ মানুহৰ নিজৰ ভিতৰত সংঘবদ্ধ বা দলবদ্ধ হোৱাৰ প্ৰয়োজন সৃষ্টি হৈছিল; সেই প্ৰয়োজন বোধৰ লগতে শিল, ভয়াবহ বৰষুণ, বজ্ৰপাত, বতাহ, ধুমুহা, বিজুলি ঢেৰেকণি, বানপানী, মহাপ্লাৱন আদিৰ সমুখত জীয়াই থাকিবলৈকো মানুহৰ সামাজিক প্ৰয়োজনীয়তাৰ বোধ বাঢ়িছিল। জীৱন নিৰ্বাহ কৰাৰ, খাদ্য সংগ্ৰহৰ বাবে চিকাৰ কৰা,ফল-মূল সংৰক্ষণ কৰা কৃষিৰ উৎপাদনৰ ওপৰত জোৰ দিয়াৰ প্ৰয়োজন বোধ কৰা এই বিলাক পৰিস্থিতিয়ে মানুহৰ সমাজ স্থাপনত যথেষ্ট প্ৰকাৰে গুৰুত্ব আৰোপ কৰিছিল।

মানুহৰ ব্যক্তিগত আৰু সামাজিক প্ৰয়োজনীয়তাত মাটি, নদী, খাল, বিল,

সাগৰ পাহাৰ, পৰ্বতৰ ওপৰত মানুহৰ স্বত্ব সাব্যস্তৰ প্ৰয়োজন সৃষ্টি হৈছিল। সেই সৃষ্টিয়ে মানুহক আজিৰ বিভিন্নমুখী সমাজব্যৱস্থাৰ পৰ্য্যায়লৈ ৰূপান্তৰিত কৰিছে। কিন্তু পৃথিৱীয়ে মানুহৰ কাৰ্য্যধাৰাত কোনো প্ৰতিক্ৰিয়া সৃষ্টি কৰিছে নে?

পাহাৰ, নদী, খাল, বিল বিলাকৰ মাটিখণ্ড, প্ৰকাণ্ড প্ৰকাণ্ড গছ গছনি, জন্তু জানোৱাৰ, চৰাই, চুকতি, সাপ, বাঘ, ঘোং, সিংহ, ভালুক এই সকলোবোৰ পৃথিৱীৰেই অংশ; পৃথিৱীতেই সিহঁত জন্ম হৈছে, ডাঙৰ দীঘল হৈছে, জীয়াই আছে। পৃথিৱীয়ে এই বিলাকক আশ্ৰয় দিছে, স্থান দিছে, খাদ্য দিছে, জীয়াই থকাৰ কাৰণে পানী দিছে, সূৰ্য্যৰ কিৰণ আৰু তাপো দিছে। তাত বাহিৰে পৃথিৱীৰ আৰু কৰিবলগীয়া কৰ্তব্য কি আছে?

পাহাৰৰ প্ৰকাণ্ড প্ৰকাণ্ড শিলবোৰ দেখিলে ধাৰণা হয়– মাটিয়ে ইবিলাকক ধৰি ৰাখিব নোৱাৰিব; হয় পাহাৰবোৰ খহি পৰিব নহয় মাটিৰ মাজলৈ বহি গৈ দ ঠাইত পৰিণত হ'ব। কেবাটাও ভুঁইকপত পাহাৰ, পাহাৰৰ গছ গছনি তললৈ বহি যোৱাৰ উদাহৰণ আছে, বহি যোৱা অংশ বিলাক সম্প্ৰতি বিলত পৰিণত হৈছে, আৰু মানুহে বৰ্ত্তমান সেই বিল বিলাকত মাছ, কাছ আদি মাৰি আছে।

কোনো কোনোৱে কয় পাহাৰ আদি সাগৰৰ বুকুত পানীত ডুব গৈ আছিল। কালক্ৰমত সেইবোৰ পাহাৰ সাগৰৰ বুকুৰ পৰা উত্থিত হৈ সাগৰতকৈ কেবা শ ফুট ওখ হৈছে। ভূ-তাত্তিক সকলে কোৱা মতে হিমালয় পৰ্বত খনো হেনো সাগৰত ডুব গৈ আছিল। হিমালয় পৰ্বতখন সাগৰৰ পৰা উঠি অহা পৰ্বত। এতিয়াও বোলে হিমালয় পৰ্বতত সাগৰৰ মৃত প্ৰাণীৰ হাড় মূৰ আৰু জীৱাংশ পোৱা যায়।

শ্ৰীকৃষ্ণৰ দ্বাৰকাখন সাগৰত ডুব গৈছে বুলি কোৱা হয়। এনেদৰে সাগৰত ডুব যোৱা চহৰ নগৰৰ সংখ্যা নিশ্চয় বহুত হ'ব।

এনেদৰে সাগৰ, খাল, বিল, নদী, হ্ৰদ আদিত বিভিন্ন নগৰ চহৰ ডুব যোৱা কাহিনী আমি শুনিবলৈ পাওঁহক, আৰু শুনিবলৈ পাও পাহাৰ, পৰ্বত, সাগৰৰ পৰা উত্থান হোৱা বা বিলৰ বুকুত ডুব যোৱা। এনে উত্থান আৰু ডুবন্ত কাৰ্য্য পৃথিৱীয়ে সংগঠিত কৰে, পৃথিৱীৰ নিজা প্ৰয়োজনত, আৱৰ্ত্তন বিৱৰ্ত্তন আৰু পৰিৱৰ্ত্তনৰ সহজ ধাৰাত; আমি মানুহে বুজিব নোৱাৰো, কল্পনা কৰিব নোৱাৰো - তাৰ কাৰণবোৰনো কি?

## গছৰ জন্ম

পৃথিৱীৰ বুকুত জন্ম লাভ কৰা গছ-গছনি, বন, লতা আদিৰ জন্ম ৰহস্য, ৰহস্যৰ আৱৰ্ত্তৰ পৰা আজিও মুক্ত হোৱা নাই। মানুহ জাতিৰ কঠোৰ আৰু কঠিনতম প্ৰচেষ্টাৰ মুৰকতো মানুহে উদ্ভাৱন কৰিব পৰা নাই এই ৰহস্য। গছৰ জন্ম আগেয়ে নে গুটিৰ জন্ম আগেয়ে --এই লৈ সমগ্ৰ বিশ্বজুৰি বিতৰ্ক শেষ হোৱা নাই। গুটি নোহোৱাকৈ গছ কৰ পৰা আৰু কেনেকৈ উপজিব? যদিও গুটি হ'লেহে গছ হয় তেনেহ'লে গুটি নেহোৱাকৈ গছ কেনেকৈ জন্ম লাভ কৰিব?

এই বিতৰ্ক সম্পৰ্কত এচাম চিন্তাশীল লোকে কয় যে, গুটি নোহোৱাকৈ গছ হ'ব পাৰে যদি পৃথিৱীৰ বিভিন্ন জটিল প্ৰক্ৰিয়াই গছৰ জন্ম দিব পাৰে। প্ৰকৃতি জগতৰ নিত্য পৰিৱৰ্ত্তনৰ কথা স্বীকাৰ কৰিছো - পৃথিৱীৰ ভূ-মণ্ডল সকলোৱেই পৰিৱৰ্ত্তনৰ মাজত সোমাই পৰা কথা স্বীকাৰ কৰো। বস্তুৰ এয়া বিৱৰ্ত্তন; ক্ৰমবিৱৰ্ত্তনৰ গতিশীল ধাৰাত পদাৰ্থ বিলাকৰ পৰিৱৰ্ত্তন হোৱা স্বাভাৱিক, পৰিৱৰ্ত্তনৰ বিশেষ বিশেষ অৱস্থাত জটিল পৰিস্থিতিৰ মাজতেই এইবোৰ সৃষ্টি হয়, আৰু সেই ক্ষমতাৰ কাৰণেই গুটি নোহোৱাকৈ গছে জন্ম লাভ কৰিব পাৰে আৰু পৰৱৰ্ত্তী সময়ত গুটিৰ সহায়তে নতুন নতুন গছৰ সৃষ্টি হ'ব পাৰে। এই ভাবে এটা সৃষ্টিৰ পিছত নতুন নতুন অলেখ সৃষ্টি আৰম্ভ হ'ব পাৰে।

হয়তোবা কব পাৰি যে গুটি নেথাকিলেও গুটি থকাৰ সকলো পৰিস্থিতি তেনেক্ষেত্ৰত সৃষ্টি হ'ব লাগিব। সেই পৰিস্থিতিকেই জটিল পৰিস্থিতি বুলি আখ্যা দিয়া হয়। গছ এডাল গজি উঠিব পৰাকৈ দিব লগা পৰিস্থিতি আৰু অৱস্থানৰ প্ৰয়োজন হয়, তেনে পৰিস্থিতি আৰু অৱস্থান সৃষ্টি হ'ব লাগিব। ইয়াৰ সম্ভাৱনীয়তা সম্বন্ধে আমি মানুহে নেজানো। সম্ভাৱনীয়তা সম্বন্ধে পৃথিৱীয়েহে, সূৰ্য্যৰ তাপ, পোহৰ আৰু কিৰণেহে কব পাৰিব।

বিশ্বাস হয় আদিম যুগত যিবিলাক গছে প্ৰথমে জন্ম গ্ৰহণ কৰিছিল সেই গছ বিলাক গুটিৰ পৰা জন্ম লাভ কৰা নাছিল, তেতিয়া গুটিয়েই নাছিল। কিন্তু গুটিৰ নিচিনা বস্তু পৃথিৱী, সূৰ্য্যৰ পোহৰ আৰু তাপে সৃষ্টি কৰাত সেই সৃষ্টি কৰা বস্তুৰ পৰা আদিম গছৰ জন্ম হৈছিল। আদিম গছ বিলাকৰ জন্মৰ পিছত হয়তো

গুটি ধৰে আৰু পৰৱৰ্ত্তী গছৰ জন্ম গুটিৰ পৰা হ'ব পাৰে। কিন্তু সকলো গছ সৃষ্টি হ'বলৈ গুটিৰ প্ৰয়োজন নাছিল; আদা, হালধী, পিয়াজ, নহৰু আদি কিছুমান গছ গা-গছৰ পৰা জন্ম লাভ কৰে। কিছুমান গছ কটা দাল পাতৰ পৰাও হয়। কটা দাল বা গা-গছ মাটিত পুতি থলে, তাত পোখা ধৰে, গছ দালি নতুন গাজেৰে ডাঙৰ হৈ আহে। পাতে গজা নামৰ গছ দালৰ পাতৰ পৰা পুলি আৰু গা-গছ হয়; কিছুমান গছৰ ডালত উজি বান্ধি, শিপা ধৰিলে কাটি নি মাটিত ৰোপণ কৰিলে তাৰ পৰা গছ দালৰ সৃষ্টি হয়। আমটেঙা, কাজিটেঙা আদি গছত উজি বান্ধিব পাৰি। কলগছৰ মূৰাটো কাটি উভালি নি অন্য ঠাইত ৰোপণ কৰিলে মূৰাৰ পৰা গজালি ওলায়, নাইবা সমগ্ৰ গছদাল উভালি নি ৰুলেও তাৰ পৰা গছৰ বিস্তৃতি হয়। পাণ, জালুক আদি লতা গছৰ দাল কাটি নি ৰোপণ কৰিলে তাৰ পৰা গছ ওপজে। শাল গছৰ গুটি মাটিত পৰাৰ লগে লগেই গজালি মেলে, গজালি আৰম্ভন হয়, নাৰিকল, অমিতা, আম আদি গছৰ গুটিৰ পৰা জন্মা, গছ বিলাকৰ জন্ম বেলেগ বেলেগ।

চম্পাফুলৰ গছ, গোলাপ ফুলৰ গছ, ভেদৌ লতাৰ গছ, পছতীয়া গছ, ৰঙাজবাফুল, নাৰ্জীফুল আদিৰ জন্ম দিব পাৰি সিহঁতৰ গছৰ দালবোৰ কাটি আৰু সেই কটা দাল বিলাক মাটিত ৰুই।

বাঁহ বহু বিধ। প্ৰতিবিধ বাঁহৰ খেতি কৰিবলৈ গুটি নেলাগে। বাঁহ গছৰ কটা মূৰাবিলাক উভালি নি ৰুলে বাঁহৰ চুপা বা জোপৰ জন্ম হয়। বাঁহবোৰ ওপজে বাঁহৰ মুৰাৰ পৰা; সীমাহীন সংখ্যক ভলুকা বাঁহ, জাতি বাঁহ, কটাহ বাঁহ, ভেন্দা বাঁহ মুৰাৰ পৰাই জন্ম হয় বুলিব পাৰি। বাঁহ গছ সহজে নুফুলে। কটাহ বাঁহ অসমত কৰবাত কৰবাত ফুলা দেখিছো। এনে ফুলৰ পৰা গুটি ধৰা আৰু গুটিৰ পৰা বাঁহ গছ ওপজা দেখিছো।

প্ৰতিদাল গছৰ গা-গছ আৰু দাল পাত আৰু আঁহ, গঠন প্ৰণালী ভিন্ন ভিন্ন ধৰণৰ। বাঁহ গছ এদাললৈ লক্ষ কৰিলে দেখা যায় বাঁহ গছৰ 'পাব' বোৰ ১ফুট ১$\frac{১}{২}$ ফুট ২ ফুট মানলৈ দীঘল, বাঁহবোৰৰ গুৰি অংশ কম ফোপোলা হ'লেও আগৰ অংশ বিলাক ফোপোলা। এনে ফোপোলা বাঁহ বিলাক বিভিন্ন ঠাইৰ মানুহে বিভিন্ন ধৰণে ব্যৱহাৰ কৰে। কোনোবাই গাখীৰ জমা কৰা চুঙা হিচাপে ব্যৱহাৰ কৰে পাহাৰ অঞ্চলৰ ডাঙৰ ডাঙৰ 'কেকো' বাঁহৰ চুঙাত মানুহে চাহ, ভাত, তৰকাৰী ৰান্ধি ৰখাৰ দিহা কৰে, ঘৰৰ চাল, বেৰ আদি তৈয়াৰ কৰে,

ভাত ৰন্ধা খৰি হিচাপে ব্যৱহাৰ কৰে, গৰু, ম'হক বাধা দিবলৈ বেৰ দিয়াত এই বাঁহ নানান ধৰণে ব্যৱহাৰ কৰা হয়। আচৰিত কথা যে এই ব্যৱহাৰৰ বাঁহবোৰ একে শ্ৰেণীৰ বাঁহৰ মাজত কিছু মিল থকা যেন লাগিলেও দৰাচলতে সেই মিল সামান্য পৰিমানৰহে। বেছি ভাগ বাঁহৰে ইটোৰ লগত সিটোৰ অমিল। বাঁহৰ পাত, গাঠি, চেকনীবোৰ পৃথক পৃথক। কটাহ বাঁহৰ চেকনীবোৰ জোঙ থকা কাইটেৰে ভৰ্ত্তি; কিন্তু বাকী বাঁহ বিলাকৰ তেনে কাইট থকা দেখা নেযায়। বাঁহৰ শিপাবোৰ অত্যন্ত ঘন, গাতে লগা লগি। ইহঁতে মাটিৰ সাৰ যথেষ্ঠ ৰকমে ভক্ষণ কৰে বুলি কোৱা হয়। বাঁহ খেতিৰ কাষত অন্য খেতি ভাল নহয় বুলি মানুহৰ প্ৰবাদ আছে। কল গছৰ শিপা বিলাকো বৰ ঘন, ইহঁতকো বহুত সাৰ লাগে, কল গছৰ কাষতো অন্য খেতি ভাল নহয় বুলি প্ৰবাদ আছে। নাৰিকল, খেজুৰ, তাল গছ, তামোল, বেত গছ আদি গছ বিলাকৰ শিপা ইমান বেছি যে ইবিলাকৰ তলত অন্য খেতি হোৱা টান।

কিছুমান গছে মাটিৰ পৰা, কিছুমানে পানীৰ পৰা, আৰু অন্য কিছুমানে বায়ুৰ পৰা খাদ্য সংগ্ৰহ কৰে। পানী, মাটি, বায়ু, যিকোনো ঠাইৰ পৰা খাদ্য সংগ্ৰহ কৰিলে সেই বিলাক পৃথিৱীৰেই খাদ্য, আৰু পৃথিৱীত থাকিয়েই খাদ্য সংগ্ৰহ কৰে। কিছুমান চিকাৰী গছ আছে, সিহঁতে চিকাৰ কৰি পোক পৰুৱা ভক্ষণ কৰে।

গছবোৰে বোলে অক্সিজেন গেছ এৰি দিয়ে আৰু মানুহে অক্সিজেন গেছ ব্যৱহাৰ কৰাৰ সুযোগ পায়, ওচৰত থকা গছৰ পৰা। মানুহৰ কাৰণে ক্ষতিকাৰক নাইট্ৰ'জেন গেছ গছে ভক্ষণ কৰে। দুয়ো ক্ষেত্ৰতে গছৰ পৰা মানুহ জাতি উপকৃত হয়। মানুহ জীয়াই থাকিব লাগিলে বোলে গছৰ সান্নিধ্য অপৰিহাৰ্য্য।

কপৌ ফুল, ৰাবনাৰ নাৰি ৰঘুমলা শ্ৰেণীৰ গছবোৰে 'পৰ-গছৰ' ওপৰত জীৱিকা নিৰ্ব্বাহ কৰে, অন্য গছৰ গাত পৰি ইহঁতে সেই গছ দালৰ পৰা সাৰ পানী গ্ৰহণ কৰে।

লাজুকী লতাৰ দৰে কিছুমান গছ আছে, যাক চুই দিলেই জয় পৰি যায়-পাত বোৰ কোছ খাই যায়, ডালবোৰ লেৰেলি যায়।

অক্টোপাছ জাতীয় গছ বিলাকে জীৱ জন্তু বিলাক চিকাৰ কৰি খাই জীৱন নিৰ্ব্বাহ কৰে।

মানুহৰ উপৰিও অন্যান্য জীৱ জন্তুকো গছে ফল-মূল যোগান ধৰে।

তামোল, নাৰিকল জাতীয় ফলবোৰৰ ৰস আৰু সাহ খাই কেৰ্কেটুৱা জীয়াই থাকে, কৰ্দৈ, আম আদি খাই ভাটৌ, তিঁয়া চৰাই জীয়াই থাকে। তেনেদৰে অন্যান্য জীৱ জন্তু বিলাকেও ফল মূল খাই জীৱন নিৰ্বাহ কৰাৰ উদাহৰণ পোৱা যায়।

গছ লতা আৰু বননিৰ লগত জন্তু জীৱনৰ সম্পৰ্ক নেৰানেপেৰা। মানুহৰ বাহিৰেও অন্য জীৱ জন্তু কিছুমানে গছৰ দাল, পাত, গা-গছ ভক্ষণ কৰে, কিছুমানে গছৰ পাত আৰু ফল মূল খাই জীৱন নিৰ্বাহ কৰে। কিছুমানে জংঘলত আশ্রয় লৈ জীয়াই থকা সাপ, ভেকুলী, চৰাই চৃকতি আদি ভক্ষণ কৰি জীৱননিৰ্বাহ কৰে।

জন্তু জীৱন, বন জীৱন, লতা জীৱন, ক্ষুদ্ৰাতি ক্ষুদ্ৰ বন জীৱন, এই সকলোৰে লগত মানুহৰ জীৱনৰ, আৰু জন্তু জীৱনৰ, সম্পৰ্ক ঘণিষ্ঠতৰ।

আমি চৰাইৰ ভাষা নুবুজো; কিন্তু কাউৰীয়ে 'কা-কা' কৰিলে ঘৰৰ পৰা যাত্ৰা কৰাৰ আগত বা পিছত মানুহে মঙ্গল আৰু অমঙ্গলৰ ধাৰণা কৰি লয়।

কথিত আছে যে কাউৰীৰ মগজু বৰ সাংঘাটিক যন্ত্ৰৰ দৰে। মানুহৰ বিপদ-আপদৰ উমান হেনো কাউৰীয়ে পায়। যাত্ৰা কৰিলে কাউৰীয়ে পিছফালে 'কা-কা' কৰিলে কোনো কোনো যাত্ৰী বিপদত পৰাৰ, বা বিপদ আপদ হোৱাৰ উদাহৰণ আছে। গতিকে মানুহে কাউৰীয়ে যাত্ৰাৰ সময়ত 'কা-কা' কৰিলে, যাত্ৰা নষ্ট হয় আৰু সেই যাত্ৰা নাকচ কৰাৰ উদাহৰণ আছে। কাউৰীৰ 'কা-কা' টো বহুতে ভুল ধাৰণা আৰু অন্ধ বিশ্বাস বুলি উৰুৱাই দিব পাৰে, - কিন্তু কাউৰীৰ সম্পৰ্কত এৰাব নোৱাৰা ফল কিছুমান ফলিওৱা কথা উদাহৰণ হিচাপে লব পাৰি।

মেকুৰীৰ 'মিউ মিউ' ধ্বনি, জেঠীৰ 'টিক-টিকনি', কুকুৰৰ 'ভুক-ভুকনি' আদি কেতবোৰ জন্তুৰ শব্দৰ উচ্চাৰণ মানুহে অমঙ্গলীয়া চিহ্ন বুলি প্ৰত্যয় যোৱাৰ কাহিনী কিছুমানো আছে।

বস্তু জগতৰ বিভিন্ন মিশ্ৰণ, আৰু ঘটনাই বিভিন্ন ঘটনাৰ ফলস্বৰূপে ব্যক্তি আৰু সমাজ জীৱনত প্ৰতিফলন ঘটায়, আৰু সেই হিচাপে মানুহে প্ৰতিক্ৰিয়া কৰে। বস্তু জগতৰ গছ-গছনি, চৰাই-চৃকতি আদি বিশ্ব ব্ৰহ্মাণ্ডৰ অংশ, বিশ্ব ব্ৰহ্মাণ্ডৰ ঘটনা ৰাজিয়ে সেইবোৰ প্ৰভাৱিত কৰে আৰু বিভিন্ন জ্ঞান ও অভিজ্ঞতা প্ৰদান কৰে। সিবিলাকেও বস্তু জগতৰ ওপৰত ৰেখাপাত বা প্ৰভাৱ

বিস্তাৰ কৰে। হৈ যোৱা ঘটনা, আৰু ঘটনাৰ ফলাফল বিলাকে বহুতো সময়ত মানুহৰ ধাৰণা বিলাকৰ সৃষ্টি কৰে। তেনে ধাৰণাৰ বশৱৰ্ত্তী হৈয়েই মানুহে বিভিন্ন সিদ্ধান্ত গ্ৰহণ কৰে।

কাউৰী বিলাক প্ৰায়ে আমাৰ ঘৰ, চোতাল আৰু বস্তি বিলাকত বাস কৰে। এই কাউৰী বিলাকৰ 'কা-কা' ধ্বনি বহুতো সময়ত আমালোকে বিৰক্তিকৰ বুলি অনুমান কৰো। এই বিৰক্তিকৰ প্ৰাণীটোৰ নিজৰ ভিতৰত ঐক্য আৰু সংহতি শলাগিব লগিয়া। এজনী কাউৰী পোৱালি নিজৰ বাহৰ পৰা কিবা ভূল বশতঃ তললৈ সৰি পৰিলে মাক বাপেক আৰু কাষৰীয়া কাউৰী বিলাক অধৈৰ্য্য হৈ পৰে। কাউৰী পোৱালিটো পৰা ঠাইৰ পৰা উভতি নোযোৱা পৰ্য্যন্ত ওৰে দিন সিহঁতে লঘোনে ভোকে ৰখীয়া হৈ থাকে। এজনী কাউৰী কিবা কাৰণত মৰা পৰিলে সিহঁতে চিঞৰি চিঞৰি আগুৰি থাকে। কোনোবাই কোনোবা এটা কাউৰী মাৰিলে বা আক্ৰমণ কৰিলে বাকী সকল কাউৰীয়ে বাধা প্ৰদান কৰে; সিহঁতে আক্ৰমণকাৰীৰ মূৰৰ চুলি আদি উভালি নিয়ে।

সেন চৰাই বা বাজ চৰাই উৰিলে ভয়তে আত্ম ৰক্ষাৰ কাৰণে শালিকা বিলাক অস্থিৰ হৈ থাকে। সিহঁতে বিশেষ ধৰণে উৰা-উৰি কৰি থাকে।

কাউৰী চৰাই উৰা দেখিলে পাৰ, কপৌ, ভাটৌ আদি চৰায়ে আত্ম ৰক্ষাৰ কাৰণে লুকাই যায়।

বায়ু মণ্ডলত উৰি ফুৰা পোক পৰুৱা ধৰি খাবলৈ ঘণচিৰিকা আৰু সৰু সৰু চৰাই বিলাকে বায়ু মণ্ডলত জাকে জাকে উৰি ফুৰা দেখা যায়।

মৰা গৰু, ম'হৰ বাতৰি পালেই দূৰণিৰ পাহাৰ বা গছত আশ্ৰয় লৈ থকা শগুণ বিলাকে জাক পাতি উৰিবলৈ আৰম্ভ কৰে, আৰু মৃত জন্তুটো খাবলৈ ব্যৱস্থা কৰে। দেখা যায় লগে লগে শিয়াল, কুকুৰ বিলাকেও মৃত জন্তু থকা ঠাইত হাজিৰ হয়। জন্তু আৰু চৰাইৰ মাজত মাংস খোৱাৰ প্ৰতিযোগতা উপভোগ কৰিবলগীয়া।

বৰল, বিছা, মাজু পিপৰা, কটলা পহুৰ কাইট, গৰুৰ শিং আৰু অন্যান্য ক্ষুদ্ৰাতি ক্ষুদ্ৰ পোক পৰুৱা বিলাকক আত্ম ৰক্ষাৰ কাৰণে সিহঁতৰ গোটেই গাটো বিষাক্ত শুং কেতবোৰ সৃষ্টি কৰা আছে, আৰু সেই শুঙেৰেই সিহঁতে আক্ৰমণকাৰীক পৰাভূত কৰে। এই বিষাক্ত শুংবোৰ বিষাল। সকলো প্ৰাণীকেই আত্মৰক্ষাৰ হাতীয়াৰ বা উপায় দিয়া আছে।

আত্মৰক্ষাৰ কাৰণে সাপৰ দৰে বিষযুক্ত প্ৰাণীবিলাকক বিষদাঁত আৰু বিষদান কৰা আছে। কোনো সাপে কামুৰিলে মানুহ নিমিত্ত মাত্ৰেই মৰা পৰে। কিছুমান সাপৰুৱে সাপ ধৰি, সাপৰ কিনা বেছা কৰি, সাপৰ ছাল আৰু বিষ বিক্ৰী কৰি টকা উপাৰ্জন কৰিছে।

সৰু সৰু আকাৰৰ পৰুৱা বিলাকৰ কৰ্ম প্ৰচেষ্টা, ভৱিষ্যতৰ বাবে খাদ্য মজুত কৰা, বানপানীৰ বিৰুদ্ধে যুঁজি জীয়াই থাকিবলৈ পৰস্পৰৰ ভিতৰত ঐক্য আৰু 'লাৰু বন্ধন' কাৰ্য্যৰ প্ৰতি মনোযোগ দিব লগীয়া। সৰু সৰু পিপৰা বিলাকে সিহঁতৰ সংখ্যা বঢ়াই নিজতকৈ ডাঙৰ, বেচি ওজনৰ ধান, চাউল বিলাক দাঙি লৈ নিয়া দৃশ্য মনোগ্ৰাহী; তাতোকৈ মনোগ্ৰাহী হৈছে এটা পিপৰাই দাঙিব নোৱাৰা ওজনৰ খাদ্য বস্তু একাধিক পিপৰাই একেবাৰতে দাঙি লৈ যোৱা আৰু সিহঁতৰ বাসস্থানৰ নিৰাপদ ঠাইত ৰাখি থোৱা দৃশ্যটো আচলতে মনোমুগ্ধ কৰা কথা নহয়, তাৰ পৰা 'ঐক্যবদ্ধ' প্ৰচেষ্টাৰ শিক্ষাও গ্ৰহণীয়। প্ৰলয়কাৰী বানপানী আৰু তেনে বিপদৰ সময়ত এটা পিপৰা অকলে বাচিব নোৱাৰে। পিপৰাবোৰ মিলি ঐক্যবদ্ধ হয়, এটা লাৰুৰ আকাৰ ধাৰণ কৰে, আৰু তলৰ পৰা ওপৰলৈ আৰু ওপৰৰ পৰা তললৈ উঠা নমা কৰি থাকি, নিজৰ জীৱন ৰক্ষা কৰে। ঐক্যৰ ই এটা উদাহৰণ।

বন্য জীৱনৰ গছবোৰৰ ইতিহাস আমোদজনক। বিজ্ঞানে কৈছে যে গছে গছে কথা পাতে, সিহঁতৰ Movement বা গতিও আছে। গছবোৰ ভিন্ন ভিন্ন, ভিন্ন তাৰ পাত; পাতৰ ৰং সেউজীয়া, ক'লা, বগা, পখৰা, হালধীয়া আৰু কত কিমান ৰঙৰ, কিমান সৌন্দৰ্য্যৰ আকাৰ এই গছৰ পাতবোৰ। সেউজীয়া পাতবোৰক এবিধ সেউজীয়া ৰং বুলি বুজিব নোৱাৰি - সেউজীয়া পাতে পাতে ৰং অমিল, ৰঙা ৰঙা পাতবিলাকৰ ভিতৰতো বিভিন্নতা আৰু সাদৃশ্যহীনতা, তেনেদৰে হালধীয়া, বগা, ক'লা আদি ৰঙৰ মাজতো অমিল আৰু পাৰ্থক্য বিৰাজমান। দৰাচলতে গছৰ পাত বিলাকৰ বৰ্ণনা দিবলৈ মানৱীয় সাহিত্যৰ ভাষা প্ৰচুৰ নহয়, গতিকে সঠিক ব্যাখ্যা কৰা সহজ নহয়। জিকা, ভোল, কোমোৰা, লাউ, লেচেৰা, ৰঙা লাউ আদি লতা বিলাক যেতিয়া কোনোবা আম বা কঁঠাল গছত বগাই থাকে তেতিয়া পাতবোৰ সেউজীয়া, সহজে চকুত পৰে। একে সেউজীয়া পাত কিন্তু! পাতৰ ৰঙৰ লগত অন্য পাতৰ মিল নাই। ৰঙবোৰ হয় গভীৰ হৈ থাকে, নহয় কিছু কিছু পৰিৱৰ্ত্তন হৈ থাকে। সৃষ্টিৰ চমৎকাৰিতা ইয়াতেই বিদ্যমান।

গছৰ ফুল বিলাকৰ ক্ষেত্ৰতো পাৰ্থক্য বিদ্যমান - কোনো ৰঙৰ ফুল অন্য ৰঙৰ ফুলৰ লগত নিমিলে। ৰঙৰ সাত্ৰেটা বৰণ বুলি কোৱা হয়। কিন্তু এনে মিশ্ৰিত বৰণৰ ফুল আৰু পাতবোৰ- সি মূলতঃ কি ৰঙৰ একে আষাৰতে কোৱা টান। গোলাপ ফুলৰ গোলাপী ৰং বুলি কোৱা হয়- কিন্তু বস্তুৰ ক্ষেত্ৰত গোলাপ ফুলৰ ৰং এটা নহয় বহু বিধ। ৰঙা, গোলাপী, কম গোলাপী, কম ৰঙা, হালধীয়া, ক'লা, সেউজীয়া, কিমান ৰঙৰ গোলাপ ফুল আছে ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি।

আম গছৰ পাত সৰু, বৰ, বেছি সেউজীয়া, কম সেউজীয়া, বেছি দাঠ, বেছি পাতল পাত দেখিবলৈ পোৱা যায়। পৃথিৱীত গছৰ পাত, ফুল, ফল আদি ৰঙৰ পাৰ্থক্য শুদ্ধভাবে প্ৰকাশ কৰিবলৈ শব্দৰ অভাৱ, মানুহ শব্দৰ দুখীয়া, গতিকে প্ৰকাশ ভংগীৰো দৈন্যতা বিদ্যমান।

সকলো গছৰ ফল, মূল, আৰু ফুলৰ অৱশিষ্ট অংশৰ ব্যৱহাৰৰ কথা মানুহে সামান্য পৰিমানেহে জানে- বহু কথা নেজানে। সেই কাৰণে গছ লতাৰ কাম, কাষ, উপকাৰ ব্যৱহাৰ বিধি, মানুহৰ জ্ঞানৰ তুলনাত সীমাবদ্ধ।

প্ৰকৃতিয়ে মানুহক বেমাৰ আজাৰ দিছে, আৰু গছ, লতা, বায়ু, পানী, মাটি, সূৰ্য্যৰ পোহৰৰ মাধ্যমেৰে নিৰাময়ৰ ব্যৱস্থা কৰি দিছে। নিৰাময়ৰ ব্যৱস্থা বিলাক নজনাৰ দোষতেই হেজাৰ বিজাৰ ঔষধি গছ আমালোকে নষ্ট কৰিছোহক। শিলিখা, ভোমোৰা, অৰ্জুন গছ আদিৰ দৰে বন্য উপকাৰী গছ বিলাক হয় নষ্ট কৰা হৈছে, নহয় ব্যৱহাৰ কৰিব পৰা নাই, সি নষ্ট হৈছে।

পৃথিৱীয়ে বিভিন্ন গছ, লতা, বন আদি জন্ম দিছে, অনন্ত এই বস্তু বিলাকৰ সীমাহীন সংখ্যা। মানুহৰ অক্ষমতাৰ কাৰণেই সেই দ্ৰব্য বিলাকৰ ব্যৱহাৰ মানুহে জনা নাই, বা শিক্ষা গ্ৰহণ কৰা নাই। শিক্ষা গ্ৰহণ, বুজা আৰু জ্ঞান লাভ পদ্ধতি হয়তো আৰম্ভ হৈছে। এদিন মানুহৰ জ্ঞানে প্ৰকৃতিৰ অজ্ঞতা দূৰ কৰিবলৈ হয়তো সম্ভৱ হ'ব।

প্ৰতিদাল গা-গছৰ কাম বেলেগে বেলেগ, - আৰু বিভিন্ন ৰকমৰ ব্যৱহাৰ পদ্ধতি মানুহে কৰি লৈছে। মানুহৰ ব্যৱহাৰৰ প্ৰয়োজনীয়তা অনুপাতে গছবিলাকৰ মূল্য নিৰ্ধাৰণ হয়। শাল কাঠ, খৰিয়া কাঠ, চেগুণ, বনচুম আদি কাঠ বিলাক দীৰ্ঘ দিনলৈ টিকি থাকে,- ব্যৱহাৰ কৰিবলৈ মানুহৰ আগ্ৰহ বেচি।

পৃথিৱীত সৃষ্টি হোৱা বস্তু বিলাক, গছ, লতা, ফুল মানুহে নিজৰ নিজৰ প্ৰয়োজনত ব্যৱহাৰ কৰে। পৃথিৱীৰ বস্তুৰ এই ব্যৱহাৰ মানুহৰ অতিশয় চিনাকি, অতিশয় পৰিচিত। কিন্তু এই চিনাকি আৰু পৰিচিত সামগ্ৰী বিলাকৰ ভিতৰতে সিহঁতৰ জন্মগত জীৱন, বৃদ্ধি, মৃত্যু মানুহে নেজানে। মানুহে ব্যৱহাৰ কৰাৰ উপৰিও সিহঁতৰ কি কি ব্যৱহাৰযোগ্য উপাদান ৰৈ গ'ল, মানুহে নজনাকৈ ৰৈ গ'ল, এই কথা মানুহে নেজানে। প্ৰকৃতিৰ বিশাল বৃহত্তৰ খণ্ড এটা মানুহৰ অজ্ঞাতে ৰৈ গ'ল, মানুহে নজনাকৈ অপৰিচিত হৈ ৰ'ল। এই অপৰিচিত খণ্ড বিলাক কেতিয়া সুস্থিৰ হ'ব আমি নেজানো, হয়তো সময়ে স্থিৰ কৰিব।

## পথাৰৰ বনবোৰ

ঘৰৰ পৰা ওলালেই ৰাস্তাৰ দুয়োপাৰে সীমাহীন সংখ্যক সেউজীয়া বননি দেখিবলৈ পোৱা যায়। অলপ দূৰ গৈ পথাৰখন আৰু বলখেলা ফিল্ডখন পালেই সীমাহীন সংখ্যক বননীয়ে পৃথিৱীখন আগুৰি ৰখা দেখা যায়। পথাৰ আৰু বল খেলা ফিল্ডৰ কাষ বিলাকত সৰু বৰ ক'লা, বগা কেবাটাও জাতৰ; মাজে মাজে এৰা গছৰ পুলি, মাজে মাজে হাতীশূৰা গছৰ বননি আৰু বহুতো কিবা কিবি। মাজডোখৰত দূবৰিবনকে ধৰি, বহুবিধ বেলেগ বেলেগ ৰঙ আৰু গঠনৰ বননি। এই বন বিলাকৰ মাজত দাৰছা বন, লাই জাবৰি, শিয়ালকাঠা আৰু যে কত ৰকমৰ, কত সংখ্যক বিভিন্ন বন জন্মিছে তাক হিচাপ কৰি উলিওৱা সহজ নহয়। বহুতৰ নাম নাই, নাম দিব পৰা শব্দ হয়তো মানুহৰ নাই। এই বিলাক বননিৰ বেছি ভাগেই চ'ত, ফাগুণ মাহত শুকাই যায়, কিন্তু জীৱন্ত শক্তি ৰৈ থাকে। ব'হাগ, জেঠ মাহত এই বনবোৰ বৰযুণ বতৰত ঠন ধৰি উঠে। বেছি ভাগ বনেই ঔষধি বন হিচাপে ব্যৱহাৰযোগ্য। গাওঁৰ বেজ বিলাকে পানীলগা, চৰ্দ্দি, কাহ, জ্বৰ, হাগনি আদিত এই বন বিলাক ব্যৱহাৰ কৰে।

বলখেলা পথাৰৰ বননি বিলাকৰ ওপৰত মানুহ বহে, আৰামেৰে খোজ কাঢ়ে, আৰু ৰ'দ নথকা সময়ত বা-বতাহ লগাই শৰীৰৰ জিৰণি গ্ৰহণ কৰে। গৰু, ছাগলী, গাহৰী, ম'হ, ঘোঁৰা আদি জন্তু বিলাকে এই বননি বিলাক ঘাঁহনিৰূপে ব্যৱহাৰ কৰি, ভক্ষণ কৰে।

কিন্তু ইমান কোটি কোটি, অদ্ভুত অদ্ভুত সংখ্যক বন জন্মে কেনেকৈ, সিহঁত কিয় জন্মে, কাৰণ কি? উদ্দেশ্য কি মানুহে বুজিব নোৱাৰে পৃথিৱীৰ এই সৃষ্টি মানুহৰ অতিকৈ অচিনাকি।

চিন্তাশীল মনিষী সকলে কৈছে যে পৃথিৱী আৰু গ্ৰহ নক্ষত্ৰ মণ্ডল মিলি 'মহা একত্ব' সৃষ্টি কৰিছে। পৃথিৱী আৰু পৃথিৱীৰ সৃষ্ট এই 'মহা একত্ব'ৰ অংশীদাৰ। মহা বিশ্বৰ প্ৰয়োজনৰ কাৰণে ব্ৰহ্মাণ্ডৰ দ্ৰব্য সামগ্ৰী সৃষ্টি কৰা হয়। পৃথিৱীৰ বন-বননি, কাঠ জংঘল এই সকলো বিলাক মহা বিশ্বৰ অংশীদাৰ হোৱাৰ কাৰণে ইহঁতৰ সৃষ্টি উদ্দেশ্যমূলক আৰু সঠিক। আমি প্ৰয়োজনীয় বুলি নভবা বস্তুবোৰৰ প্ৰয়োজন আছে বা থাকে। এই হৰেক ৰকমৰ বস্তু বিলাকৰ সৃষ্টি উদ্দেশ্যহীন নহয় বা হ'ব নোৱাৰে। উদ্দেশ্য বা কাৰণ নোহোৱাকৈ কোনো বস্তু বা দ্ৰব্য নগজে বা নজন্মে। মানুহে লাগতিয়াল আৰু প্ৰয়োজানীয় বুলি নজনা কাৰণে সৃষ্টিৰ কোনো বস্তুক অপ্ৰয়োজনীয় বুলিব নোৱাৰি। চৰক চুছ্রুতৰ দিনৰ পৰা ভাৰতৰ ঔষধি জীৱনৰ এটা যুগ আৰম্ভ হোৱা বুলি ভবা হয়, যদিও চৰক চুছ্রুতৰ আগতে ঔষধি গছৰ নিশ্চয় ব্যৱহাৰ হৈছিল বুলি ভাবিব পাৰি। এটা যুগত কিছু কথা জানিব পাৰি, কিছু বিষয় বা বস্তুৰ জ্ঞান লাভ কৰিব পাৰি। তেতিয়া সেই সেই বস্তু সমূহৰ প্ৰয়োজনীয়তা অনুভৱ কৰিব পাৰি, কিন্তু প্ৰয়োজনীয় বুলি ভাবিব নোৱাৰা বহুত দ্ৰব্য বা বস্তু আছে আজি যিবিলাকক প্ৰয়োজনীয় বুলি ভাবিবৰ কাৰণ পৰৱৰ্ত্তী যুগত আৰম্ভণ হ'ব পাৰে। মানুহে ব্যৱহাৰৰ বিধি বা প্ৰয়োজনীয়তা বুজিব নোৱাৰিলে বুলিয়েই সেইবোৰ বস্তু অপ্ৰয়োজনীয় বুলি ভবাটো ভূল। পৃথিৱীত অপ্ৰয়োজনীয় কোনো বস্তু নাই -এই ধাৰণা মনতে পোষণ কৰা উচিত।

পথাৰৰ বা খেলাৰ ফিল্ডৰ সীমাহীন সংখ্যক বন আৰু বননিৰ বিষয়ে আমাৰ জ্ঞান নাই। কি বাবদ এই বনবোৰ ব্যৱহাৰ কৰিব পাৰি, কি কামত ইহঁতৰ প্ৰয়োজনীয়তা আছে, আমি নেজানিব পাৰো। সৃষ্টিৰ আদিম অৱস্থাত যি বিলাক বস্তু জন্মিছিল- সৃষ্টিৰ দীঘলীয়া যাত্ৰাপথত নতুন নতুন বেলেগ বেলেগ বস্তুৰ জন্ম হৈছে। এই নতুন নতুনকৈ জন্ম হোৱা বহুত বস্তু আমাৰ অজানিতে হৈছে।

মানুহৰ বহু যত্ন আৰু প্ৰচেষ্টাৰ মূলত সৃষ্টিৰ কাৰ্য্যৰ কিয় দংশৰ বিষয়ে মানুহে উদ্ভাৱন কৰিছে হয়, কিন্তু সীমাহীন সংখ্যক দ্ৰব্য, ঘটনা আৰু বস্তু মানুহে জানিব পৰা নাই। এই অচিনাকি নাম নজনা বন আৰু বননিবোৰ প্ৰকৃতিৰেই সৃষ্টি। সৃষ্টিৰ ক্ষেত্ৰত প্ৰকৃতিৰ সীমাহীন শক্তি, সীমাহীন ক্ষমতা। মানুহ বিশ্ব ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ জীৱ হিচাপে তাৰ জ্ঞান, ক্ষমতা আৰু শক্তিৰ পৰিধিৰো সীমা আছে।

আমাৰ জ্ঞানে ঢুকি পোৱা কালতেই কিছুমান বেমাৰৰ চিকিৎসা নাছিল। ক'লেৰা, বসন্ত আৰু যক্ষ্মা বেমাৰ আছিল - কেৱল মানুহ হত্যাকাৰী ধ্বংসৰ প্ৰতীক। ক'লেৰা, বসন্ত, যক্ষ্মা আদি ৰোগৰ চিকিৎসা ওলাইছে। আগৰ দৰে ব্যাপক হাৰত মানুহ বিনা চিকিৎসাত নমৰে। সময়ৰ গতিৰ লগে লগে নতুন নতুন ৰোগ কেতবোৰ ধৰা পৰিছে- মানুহৰ প্ৰচেষ্টাৰ মাজেদি। আমাক কোৱা হয় যে এই বেমাৰ বিলাকৰ চিকিৎসা ব্যৱস্থা সৃষ্টি হ'ব। নজনা বিষয় বিলাক জানিবৰ কাৰণে মানুহৰ প্ৰচেষ্টা অব্যাহত আছে, আৰু এনে অব্যাহত প্ৰচেষ্টাৰেই আঁত ধৰি বিভিন্ন নতুন নতুন বেমাৰৰ চিকিৎসা পদ্ধতি মানুহেই উদ্ভাৱন কৰিব বুলি আশা কৰিব পাৰি।

বন আৰু বননি বিলাক মানুহ আৰু অন্যান্য জন্তুৰ কাৰণেই নিতান্ত প্ৰয়োজন। মানুহে আৰু বিভিন্ন জন্তু জানোৱাৰে, বননিৰ পাত, গছ আদি খাদ্য হিচাপেই খাই জীৱন ধাৰণ কৰে, মানুহে কিছু বনৰ পাত, গা-গছ আৰু শিপাবোৰ ভক্ষণ কৰে; বহুলাংশ ঔষধ হিচাপে বিভিন্ন বেমাৰত ব্যৱহাৰ কৰে।

শাক, তৰ্কাৰিৰ বাগানবোৰত, জংঘল, বন, লতা চাফা কৰি চাফা হোৱা ঠাইবিলাকত জিকা, তিয়ঁহ, পটল, নিলাজী, কোমোৰা, লাউ, ভোল, লেচেৰা, ৰঙালাউ, বিভিন্ন জাতৰ উৰহী, ভাতকেৰেলা আদি ৰোপণ কৰা হয়। সময়ে সময়ে কবি, মূলা, আলু, লাই, ভেন্দি, মৰিছা আদি ৰোপণ কৰা হয়। এইবিলাক ৰোপণ কৰি সাৰ, পানী নিয়াৰিকৈ যোগান ধৰিলে মানুহে কিছু কিছু ফল ভোগ কৰিব পাৰে বা কৰি আছে। নিজে খোৱাৰ উপৰিও এইবোৰ বিভিন্ন বজাৰত বিক্ৰী কৰি লাভবান হোৱা দেখা যায়।

দেখা যায় এইবোৰ খেতি বন-লতা বিলাকৰ বিৰোধী। বন গজিলে খেতিৰ শস্য নষ্ট হয়।

যি নহওক লাগে ঘৰুৱা তৰ্কাৰী বিলাকৰ খেতি মানুহে লগালেও লগোৱা হয় পৃথিৱীত, পৃথিৱীৰ বাহিৰত নহয়; মানুহে পৃথিৱীৰ বাহিৰলৈ গৈ কোনো শাক-পাচলিৰ খেতি কৰিব নোৱাৰে, পৃথিৱীতেই কৰিব লাগিব। মানুহে ৰোপণ কৰা বীজ বিলাক পৃথিৱীৰ ইচ্ছা আৰু প্ৰকৃতি অনুসাৰে গজে, বা ডাঙৰ হয়, ফল-মূল ধৰে আৰু মানুহে সেইবোৰ ব্যৱহাৰ কৰে। শাক-পাচলি বিলাকৰ জন্ম স্থান আৰু ৰোপণ স্থান পৃথিৱীতে। পৃথিৱী নোহোৱা হ'লে এইবোৰৰ খেতি মানুহে কৰিব নোৱাৰে।

পৃথিৱী ডাঙৰ কাৰ্য্যপালিকা বা প্ৰধান ভূমিকা গ্ৰহণ কৰে, মানুহে তেনেদৰে চিন্তা নকৰে। পৃথিৱীখনৰ যেন কোনো প্ৰাণ নাই, তাত পানী আৰু সাৰ যোগান ধৰিলেই শস্যবোৰ গজিব, ডাঙৰ ডাঙৰ হৈ গজি উঠিব; এই ধাৰণা ভূল।

পথাৰৰ বনবোৰ আৰু আমাৰ ঘৰ বস্তিৰ ভিতৰত গজি উঠা বনবোৰ আমি বহু দিনৰ মূৰত ব্যৱহাৰ কৰিবলৈ কিছু কিছু অভিজ্ঞতা অৰ্জন কৰিছো যদিও পৃথিৱীত গজা সকলোবোৰ বনৰ ব্যৱহাৰ আমি আয়ত্ব কৰিব পৰা নাই। পৃথিৱী যেন স্পন্দনহীন, অকৰ্মন্য, প্ৰাণহীন, সত্বা এটা বুলি আমি ভাবো, আৰু সেই ভাবেই আমি পৃথিৱী আৰু পৃথিৱীৰ ওপৰত জীৱন ধাৰণকাৰী বনবিলাকৰ বিষয়ে ধাৰণা কৰো।

মানুহে নেজানে যে পাহাৰৰ বনবোৰ মানুহ জীয়াই থকাৰ কাৰণে কিমান প্ৰয়োজনীয়। এই বিলাকৰ নিজৰ পাত, গা-গছ, ৰস আদি ব্যৱহাৰ কৰি মানুহ জীয়াই আছে। এই বন বিলাক এহাতে মানুহৰ উপকাৰী, পোক-পৰুৱা বিলাকে আশ্ৰয় লৈ থাকে, লগতে থাকে মহ, দাহ, সাপ জাতীয় মানুহৰ শত্ৰু বিলাকো।

পৃথিৱীৰ প্ৰাকৃতিক ভাৰসাম্য ৰক্ষাৰ কাৰণে এই বন বিলাক নিতান্তই প্ৰয়োজন। ইহতঁৰ প্ৰয়োজন নথকা হেতেন ইহঁতে পৃথিৱীত জন্ম গ্ৰহণ নকৰিলে হেতেন। ইহঁতে সূৰ্য্যৰ তাপ, উত্তাপ, গৰম, ঠাণ্ডা নিয়ন্ত্ৰণ কৰে, আৰু পৃথিৱীৰ বতৰৰ সমতা ৰক্ষা কৰে। ইহঁতে বতাহৰ দূষিত পদাৰ্থবোৰ শোষণ কৰে, আৰু মানুহ আৰু অন্যান্য বায়ুভোজী প্ৰাণী সকলৰ তেনেদৰে উপকাৰ সাধে।

এই বননি বিলাক নথকা হ'লে ঘৰছীয়া গৰু, ছাগলী, হাঁহ, পাৰ, কুকুৰ, ম'হ, ঘোঁৰা, হাতী আদি তৃণভোজী প্ৰাণী সকলো জীয়াই থাকিব নোৱাৰিলেহেতেন।

এনে বননিৰ আকাৰত সৰিয়হ, মাহ, কলা, তিল আদি বিভিন্ন কৃষি খেতি কৰা হয়। সেই বোৰেও পৃথিৱীক অৱৰক্ষণ দিয়ে, আৰু উত্তপ্ত তাপ আৰু ঠাণ্ডা নিয়ন্ত্ৰণ কৰে। পৃথিৱীত জন্ম লাভ কৰা বন বিলাক পৃথিৱীৰে সৃষ্ট, কিন্তু সিহঁতে বিপদ কালত বিশেষকৈ তাপমাত্ৰা বাঢ়িলে আৰু ঠাণ্ডাৰ প্ৰকোপ বাঢ়িলে ভাৰসাম্য ৰক্ষাত সহায়ক হয়। প্ৰাকৃতিক নিয়মৰ আধাৰত সিবোৰ পৰিচালিত; সিহঁতৰ জন্ম, মৃত্যু, উত্থান, পতন, যেনেকৈ পৃথিৱীয়ে নিয়ন্ত্ৰণ কৰে, পৃথিৱীৰ দুখ, কষ্ট আৰু বিপদৰ সময়ত সিহঁত নিয়ন্ত্ৰক শক্তিৰূপে প্ৰতিভাত হয়। পৃথিৱীয়ে কিন্তু পৃথিৱীৰ সৃষ্টিৰ কোনো বস্তুকেই নিজে কোনো নিৰ্দেশ দিয়াৰ

প্ৰয়োজন নাই। বন বা বননি বিলাকে নিজে নিজে জীয়াই থকাৰ প্ৰয়োজনত নীতি নিয়ম বিলাক মানি চলে, আৰু এনে নিয়ম পালনৰ মাধ্যমেৰে পৃথিৱীয়ে সুযোগ আৰু সুবিধা বিলাক ভোগ কৰে। গতানুগতিকতা বুলি ভবা কথা বিলাক গতানুগতিক ভাবে হোৱা প্ৰয়োজন। বন বা বননিৰ জন্ম, জীৱিকা আৰু মৃত্যুই এই প্ৰয়োজনীয়তাৰ কথা সোঁৱৰাই দিয়ে। প্ৰকৃতিয়ে কাৰো কাৰণে নিজা নিয়ম নকৰে, প্ৰকৃতিৰ বন্ধা নিয়মবোৰৰ মাজেৰেই গৈ থকা প্ৰাণ আৰু প্ৰাণী বিপদত নপৰে।

প্ৰকাণ্ড প্ৰকাণ্ড জংঘল/অৰণ্য বিলাকতো প্ৰকৃতিৰ নিয়ম চলে। তাতো সূৰ্য্যৰ পোহৰ, তাপ, কিৰণ প্ৰভাৱিত হয়। গুটি গজিবৰ কাৰণে সূৰ্য্যৰ তাপ তাতো হেনো প্ৰয়োজন হয়। তাতো বতাহৰ প্ৰয়োজন। তাৰ জংঘল বিলাকেও এঙাৰ গেছ ভক্ষণ কৰে আৰু মনুহৰ ব্যৱহাৰৰ উপযোগী গেছ গছে পৰিহাৰ কৰে। সীমাহীন সংখ্যক ফুল ও ফল, সীমাহীন সংখ্যক চৰাই, বান্দৰ আৰু বিভিন্ন পশুৱে সেই জংগলী ফল বিলাক খাদ্য হিচাপে গ্ৰহণ কৰে। ডাঙৰ ডাঙৰ গছ বিলাক মানুহৰ ব্যৱহাৰৰ কাৰণে উপযোগী বুলি বিবেচিত। জংঘলৰ ডাঙৰ সৰু সকলো গছেই প্ৰকৃতিৰ ভাৰসাম্য ৰক্ষাত সহায় কৰে। সেই কাৰণে ইহঁতৰ ঐতিহাসিক প্ৰয়োজনীয়তাও গভীৰ।

সীমাহীন শ্ৰেণীৰ পক্ষী, পশু আৰু অন্যান্য জীৱ সকলে জংঘলত আশ্ৰয় লৈ থাকে। সাপ, বাঘ, গাহৰী, ভেৰা, পহু, গৰু, ছাগলী, কুকুৰ, ভালুক, চিলনী, শগুণ আৰু কত চৰাই এই জংঘল বিলাকত বাসিন্দা হৈ আছে, ভাবিব নোৱাৰি। একক হিচাপে মানুহৰ সংখ্যা বৃহৎ পৰিমাণৰ হ'লেও জংঘলত বাস কৰা জীৱ সকলৰ মুঠ সংখ্যা মানুহতকৈ বহু বেছি বুলি ধাৰণা কৰা হয়। মানুহো এসময়ত জংগলী জীৱন যাপন কৰি জীৱ জন্তুৰ দৰেই আছিল। ক্ৰমবিৱৰ্ত্তন আৰু বিকাশৰ ধাৰাত মানুহে পিছত জংগলী জীৱন পৰিত্যাগ কৰে, আৰু শেষত আজিৰ মানুহৰ পৰ্য্যায়লৈ ৰূপান্তৰিত হয়। সেই যুগত কিছুমান জন্তুৰ বিৰুদ্ধে যুঁজ দি জীৱন চলাবলগীয়া হৈছিল, আৰু অন্য এদল জন্তুৰ লগত মিতিৰালি কৰিবলগীয়া হৈছিল। সেই যুগত মানুহৰ বাসোপযোগী ঘৰ-দুৱাৰ নাছিল, পিন্ধিবৰ বস্ত্ৰ নাছিল, হাতিয়াৰো সীমিত আছিল। বহুতো লোকে গছৰ খোৰোঙত, পাহাৰৰ গুহাত, মাটিৰ গাত আদিত আশ্ৰয় লৈ আছিল। মানুহে জুইৰ ব্যৱহাৰ নেজানিছিল, খোৱা খাদ্য বস্তু আছিল কেঁচা।

পৃথিৱীৰ জীৱ জন্তু সকলৰ আদিম আশ্ৰয়দাতা হৈছে গভীৰ জংঘল, ঝাৰণি আৰু দাঠ হাবিয়নী। জংঘলৰ মাজৰ নদী, ঝৰ্ণা, সূতী, হ্ৰদ আৰু খাল বিল বিলাক ব্যৱহাৰ কৰিছিল পানীৰ কাৰণে, — কোনো কোনো ঠাইত সেই বিলাক পানীৰ উৎসই মানুহক দিছিল বিভিন্ন ৰঙৰ আৰু বিভিন্ন প্ৰকাৰৰ মাছ, পুঠি বিলাক। জন্তু চিকাৰ কৰিছিল, চৰাই চিৰিকটিকো চিকাৰ কৰি মানুহে মাংস হিচাপে ব্যৱহাৰ কৰিছিল। কোনো কোনো ঠাইত মানুহৰ মাংস মানুহে ভক্ষণ কৰিছিল বুলি ইতিহাসত আছে। পৃথিৱীৰ বুকুত লালিত পালিত বনৰীয়া মানুহ কুলৰ কেনে দুখজনক ভয়ানক অৱস্থান আছিল তাক চকু মুদি কল্পনা কৰিব পাৰি।

পৰৱৰ্তী যুগৰ মানুহে এনেহেন জংঘল বিলাকত, নদীৰ বুকত, হ্ৰদৰ বুকুত, সাগৰৰ বুকুত মূল্যবান ধাতৱ পদাৰ্থ বিলাক অধিকাৰ কৰে আৰু লাহে লাহে ভিন ভিন প্ৰকাৰে ইবিলাকৰ ব্যৱহাৰ শিকে।

মানুহে জুইৰ ব্যৱহাৰ শিকে, জুই ধৰি ৰাখিবলৈ শিল, কাঠ আদি ব্যৱহাৰ কৰে। পৃথিৱীৰ স্তুপিকৃত সম্পদ ব্যৱহাৰ কৰি মানুহে এটা অভিজ্ঞতাৰ পৰা অন্য এটা অভিজ্ঞতালৈ আগ বাঢ়ে, আৰু বৰ্ত্তমানলৈকে এইভাবেই আগুৱাই আছে।

লাহে লাহে মানুহে সৃষ্টি কৰ্মত আত্ম নিয়োগ কৰে আৰু তাৰ পিছে পিছে শিল্প যুগৰ আৰম্ভ হয়। মানুহ জাতিৰ ভাবিব নোৱাৰা প্ৰগতি আৰু বিকাশৰ কাৰণে গৌৰৱৰ ভাগী বুলি আমি নকমনে? পৃথিৱীৰ নদী, জংঘল, সাগৰ, বিল, হ্ৰদ চৰাই চিৰিকটি, বিভিন্ন জন্তু জানোৱাৰ, গছ-গছনি বতাহ, সূৰ্য্যৰ পোহৰ, তাপ মানুহৰ জীৱন ধাৰণ আৰু শিক্ষা গ্ৰহণৰ প্ৰাণ কেন্দ্ৰ বুলি বিবেচনা কৰা হয়।

পৃথিৱীখন মানুহৰ আশ্ৰয়দাতা, অন্নদাতা, জীৱনদাতা শক্তি। মানুহে ভূলতেও এই কথা চিন্তা নকৰে। নীৰৱ, নিমাত পৃথিৱীয়ে সকলো নিৰ্য্যাতন আৰু জুলুম সহ্য কৰি লয়। পৃথিৱীৰ বুকু কাটি চিৰাচিৰ কৰা হৈছে। পাহাৰ্ কাটি, ফালি ৰেল লাইন আৰু বৃহৎ বৃহৎ ৰাস্তা তৈয়াৰ কৰা হৈছে; পৃথিৱীৰ শিলবোৰ বিনা অনুমতিত ভাঙি ৰাস্তাৰ পকী দলং, পকী ঘৰ আৰু পকী প্ৰজেক্ট বিলাক তৈয়াৰ কৰা হৈছে। নদী বান্ধি পানীৰ সোঁতৰ পৰিৱৰ্ত্তন ঘটোৱা হৈছে। পৃথিৱীয়ে কোনো আপত্তি কৰা নাই। পৃথিৱীৰ সৃষ্ট জীৱ, জন্তু, মাছ, পুঠি, গছ, গছনি কাটি শেষ কৰা হৈছে, — পৃথিৱী নিৰৱ।

কোৱা হয় যে, পৃথিৱীৰ বিষুৱ অঞ্চলত সূৰ্য্যৰ তাপ আৰু পোহৰ কিছু

পৰিমানে পোন হৈ পৰে কাৰণে তাত অধিক তাপৰ সৃষ্টি হয়, তাৰ ফলত সেই অঞ্চলত বতাহ আৰু পানী জাতীয় বস্তু বিলাক ভাপত পৰিণত হয়, আৰু ভাপ হোৱাৰ পিছত পানীবোৰ পাতল হয় আৰু পানীৰ ভাপবোৰ বতাহৰ কোবত উঠি পৃথিৱীৰ ওপৰ ভাগলৈ গতি কৰে। এনেকৈ পৃথিৱীৰ হেজাৰ হেজাৰ স্থানৰ পানী ভাপ হৈ ওপৰলৈ উৰি যায়। সেই ভাপবোৰ পৃথিৱীৰ ওপৰৰ ঠাণ্ডা অংশত পানীলৈ ৰূপান্তৰিত হয়, আৰু বৰষুণ হিচাপে সেই পানী পৃথিৱীত পৰেহি। ওপৰৰ ঠাণ্ডাৰ মাত্ৰা বেচি হ'লে পানী গোট মাৰি শিললৈ ৰূপান্তৰিত হয়। শিল বৰষুণৰ সৃষ্টি হয়।

বিষুৱ অঞ্চলৰ পৰা ভাপ হৈ উৰি যোৱা ঠাই টুকুৰা পূৰা কৰিবলৈ ওপৰৰ পৰা বতাহ বলে, আৰু সময়ে সময়ে তেনে বতাহে প্ৰচণ্ড ধুমুহাৰ সৃষ্টি কৰে। এই শিল বৰষুণ হ'লে মানুহৰ ঘৰ দুৱাৰ, খেতি খালা আৰু জীৱন ক্ষতিগ্ৰস্ত হয়।

সূৰ্য্যৰ আৱৰ্ত্তন বিৱৰ্ত্তন বিজ্ঞানে মানি লৈছে, ইয়াকো স্বীকাৰ কৰিছে যে আমাৰ এই বৃহত্তম সূৰ্য্যতকৈও শ, শ হেজাৰ হেজাৰ গুণ ডাঙৰ ডাঙৰ সূৰ্য্য, নক্ষত্ৰমণ্ডল আছে। আমাৰ সূৰ্য্যটো স্থিৰ নহয়, সিও গতিশীল সৰ্বশক্তিমান। পৃথিৱীকো বৈজ্ঞানিক সকলে ঘূৰি থকা গ্ৰহ বুলি স্বীকাৰ কৰিছে। পৃথিৱীৰ ঘূৰ্ণনত সূৰ্য্যৰ বিৱৰ্ত্তন আৰু আৱৰ্ত্তনত কেনে প্ৰক্ৰিয়া হ'ব পাৰে আমি চিন্তা কৰিব নোৱাৰো। কিন্তু তাৰ প্ৰভাৱ পোনপটীয়াকৈ পৃথিৱী আৰু আকাশ মাৰ্গত পৰিব পাৰে বুলি ভাবিবৰ থল আছে।

আকাশ মণ্ডলত এনে প্ৰভাৱ পৰিব পাৰে বুলি ভাবিব পাৰি। সূৰ্য্যৰ গতি আৰু ভ্ৰমণৰ অনুৰূপে পৃথিৱীত ঠাণ্ডা, গৰম, শীত, শৰত, বসন্ত এই ঋতুকাল বিলাক নিৰ্ণিত হয়। সেই বিলাকৰ বৰ্ষাকাল আৰু শৰৎ কালত ঠাণ্ডা কম হয়, বৰ্ষা কালত বৰষুণ দিয়ে, শীত কালত ঠাণ্ডা হয়, হিম পৰে। মনোযোগ সহকাৰে দৃষ্টি দিলে দেখা যায় একে ধৰণৰ বৰষুণ, একে ধৰণৰ ঠাণ্ডা সদায় নহয়। ডিগ্ৰী আৰু গভীৰতাৰ মাজত পাৰ্থক্য আছে। এনে পাৰ্থক্য আৰু গভীৰতাই পৃথিৱীৰ বতৰ নিয়ন্ত্ৰণ কৰা দেখা যায়।

পৃথিৱীৰ তিনি চুতুৰ্থাংশ ঠাই পানী আৰু বৰফে আগুৰি আছে। পানী, মাটি থকা অংশ বিলাকো পানীয়ে বুৰাই পেলাব পাৰে, যদি উত্তৰ মেৰু আৰু দক্ষিণ মেৰুত থকা বৰফ বিলাক কোনো কাৰণত বিগলিত হৈ পানীলৈ ৰূপান্তৰিত হয়।

দেখা যায়, পৃথিৱীৰ ঠাণ্ডা, গৰম, অধিক গৰম, অধিক ঠাণ্ডা, না ঠাণ্ডা, না গৰম, গৰম, ঠাণ্ডাৰ নিয়ন্ত্ৰক হৈছে কাল - এই সকলো কাৰ্য্য সংঘটিত আৰু নিৰ্ণিত হয় প্ৰাকৃতিক নিয়মেৰে, আৰু বৈজ্ঞানিক ঘটনা ৰাজিৰ সংঘটনত। কোন জাক বৰষুণ বেছি হ'ল নে কম হ'ল, থেকেছা বৰষুণ নে কিনকিনীয়া বৰষুণ, শিলাময় বৰষুণ নে ধ্বংসমূখী ধুমুহাৰ সৃষ্টি, নে বৰষুণ দিয়াৰ সকলো লক্ষণ প্ৰকট হোৱাৰ পিছত বৰষুণ বন্ধ, — এনে পৰিস্থিতি বিলাক পৃথিৱীত ঘটিবলৈ পায় তাৰ কাৰণে দায়ী কোন বা কোন শক্তিয়ে এই ঘটনা বিলাক এনেভাবে সংঘটিত কৰে বা সংঘটিত কৰাত বাধাৰ সৃষ্টি কৰে। এই সম্বন্ধে বতৰ বিজ্ঞানে আমাক জনাই দিয়ে যে ওচৰৰ সাগৰত বতাহৰ প্ৰাধান্যই সূৰ্য্যৰ তাপ আৰু উত্তাপ, পৃথিৱী আৰু সূৰ্য্যৰ পৰিভ্ৰমণ, আৰু বিভিন্ন গ্ৰহ উপগ্ৰহ নক্ষত্ৰৰ প্ৰভাৱত এনে অৱস্থা বিলাক সৃষ্টি হয়। দেখা যায় পৃথিৱীক অকলে ঘটনা বিলাক ঘটোৱা বুলি, বা ঘটনাকাৰী বুলি দোষ জাপিব নোৱাৰি। পৃথিৱীৰ বতৰৰ লগত আকাশ মাৰ্গৰ শক্তি বিলাকৰো প্ৰভাৱ অপৰিহাৰ্য্য। বতৰ সম্বন্ধে পৃথিৱীয়ে একক ভাবে বা অকলশৰীয়া ভাবে একো নকৰে বা কৰিব নোৱাৰে বুলি ভাবিবৰ থল আছে, যদি সূৰ্য্যৰ তাপে ঘটনা কিছুমান সৃষ্টি নকৰে। বতাহ, শিল বৰষুণ, ধুমুহা আদি সৃষ্টিকাৰী আৰু ধ্বংসকাৰী ঘটনাবিলাক পৃথিৱীত ঘটে যদিও সিবিলাকৰ সৃষ্টিকৰ্ত্তা বুলি পৃথিৱীক অকলশৰীয়াকৈ ভাবিব নোৱাৰি।

বিপদ আৰু শংকাপূৰ্ণ ঘটনা আৰু পৰিস্থিতি বিলাকত মানুহক পৃথিৱীয়ে আশ্ৰয় দিয়ে। বানপানীৰ প্ৰবল সোঁতত মানুহক ৰক্ষা কৰে পৃথিৱীয়ে, কিন্তু পৃথিৱীৰেই বহু লোক বানপানীত লুপ্ত হৈ যায়। ধান, গ'ম আৰু শস্যৰ পথাৰত বানপানীয়ে পলস চতিয়াই মাটিবোৰ সাৰুৱা কৰে, আৰু অন্যহাতে সেই শস্যবোৰ ধ্বংস কৰে। নদীয়ে মথাউৰি ভাঙি ঘৰ-দুৱাৰ নিচিহ্ন কৰে, সেই পৃথিৱীয়ে নিচিহ্ন হোৱা সম্পত্তি বিলাকৰ পুনৰ সৃষ্টি কৰে। ধুমুহা বতাহ, শিল বৰষুণত বিধ্বস্ত হোৱা গছ, গছনি, লতা, ঘৰ-দুৱাৰক পৃথিৱীয়ে আশ্ৰয় দিয়ে, আৰু পুনৰ সৃষ্টিত সহায় কৰে। যিবিলাক ধ্বংসাত্মক ঘটনা সংঘটিত হয়, সেই ধ্বংসাত্মক ঘটনা বিলাকে ধ্বংস কৰে আৰু সৃষ্টি কৰে। সৃষ্টি আৰু ধ্বংসৰ মূল শক্তি পৃথিৱী আৰু সূৰ্য্য বুলিব পাৰি।

বিজ্ঞানে কয় যে বস্তু জগতৰ মেটেৰিয়েল কোনো বস্তু Matter নষ্ট বা ধ্বংস নহয়। আমি যিবিলাক বস্তু ধ্বংস হোৱা বুলি ভাবো আচলতে সেইবোৰক

ধ্বংস হোৱা বুলি কোৱাটো ভুল। আমি সিবিলাকক পৰিৱৰ্ত্তন বা নতুনৰ ৰূপ বুলি অভিহিত কৰিব পাৰো। বানপানীয়ে মথাউৰিটো ভাঙি দিয়ে। পানীয়ে মথাউৰি ভাঙি সেই ঠাইৰে বৈ গৈ প্ৰৱল বানৰ সৃষ্টি কৰি ওচৰতে পোৱা গছ-গছনি, ঘৰ-দুৱাৰ আদি ধ্বংস কৰে। পানীখিনিয়ে মথাউৰি বা বান্ধ ভাঙি থৈ যোৱাত পানীৰ কোনো ক্ষতি বা পৰিৱৰ্ত্তন হোৱা নাই, মথাউৰি ভঙা মাটি খিনিও নষ্ট হোৱা নাই। পানী আৰু মাটি উভয়ে নিজৰ নিজৰ সত্ত্বা বা ৰূপ ৰক্ষা কৰি চলিছে।

ওচৰতে পোৱা গছ, লতা, ঘৰ, দুৱাৰ বিলাক নষ্ট কৰিলে, সেই নষ্ট কৰাৰ অৰ্থ মানুহৰ চলিত ব্যৱহাৰ পদ্ধতিবোৰে সৃষ্টি কৰা। ভঙা ঘৰত মানুহে আগৰ দৰে বসবাস কৰিব নোৱাৰে, পূৰ্বৰ দৰে ব্যৱহাৰ নকৰি বেলেগ বেলেগ ভাবে ব্যৱহাৰ কৰিব লগীয়া হয় ইত্যাদি। ইয়াৰ দ্বাৰা এইটো নুবুজায় যে বস্তু বিলাক সমূলঞ্চে পৰিৱৰ্ত্তন হৈছে। বটা, খাগৰি, চাল, ঘৰবোৰৰ মূল বস্তুবোৰ মূল্য হিচাপেই কমি গ'ল, কেৱল মানুহৰ ব্যৱহাৰৰ পৰিৱৰ্ত্তন ঘটিল। বস্তু হিচাপে চাল, বেৰ, খুটা আদি যিবিলাক বস্তুৰ (মেটাৰৰ) দ্বাৰা তৈয়াৰ কৰা হৈছে, সেই মেটাৰ বিলাকৰ গুণগত মৌলিক পৰিৱৰ্ত্তন হোৱা নুবুজায়। গছদাল যিবিলাক মেটাৰৰ দ্বাৰা সৃষ্ট, সেই মেটাৰ বিলাকৰ কোনো পৰিৱৰ্ত্তন বা সলনি হোৱা নুবুজায়। গছ দালৰ দাল ভাঙিব পাৰে, গছদাল কেবা টুকুৰা হৈ ভাঙিব পাৰে, বা মাটিৰ পৰা উভালি পানীৰ সোঁতত উটি যাব পাৰে, কিন্তু গছ দালৰ মৌলিক পদাৰ্থ বা মেটাৰৰ হীনদেৰি হোৱা নুবুজায়। কোৱাৰ অৰ্থ হৈছে যে প্ৰাকৃতিক দুৰ্যোগ বিলাকে নষ্ট কৰা সামগ্ৰী বিলাক আমি নষ্ট হোৱা বুলি কওঁ, কিন্তু দৰাচলতে বস্তুৰ গুণগত পৰিৱৰ্ত্তন নহয় বা হ'ব নোৱাৰে।

পানীয়ে চিগা অঞ্চলৰ মাটিবোৰ হয়তো সোলোকাই নি দূৰত পেলাইছে, দূৰত পেলাওক বা নেপেলাওক সেই মাটি মাটিয়েই হৈ আছে; চিগাৰ ফলত মাটিখিনিৰ কোনো গুণগত মানদণ্ডৰ পৰিৱৰ্ত্তন হোৱা নাই। চিগা বা সোলোকাই নিয়া মাটিৰ নতুনত্ব হোৱা নাই।

চিগা বা উভলা গছ দালেই সেই মূল গছ দালেই হৈ আছে, তাৰ দেখাত কোনো পৰিৱৰ্ত্তন হোৱা নাই। বতাহ, বৰষুণ, বানপানী বা ভূঁইকপে বা যি কোনো দুৰ্যোগে নষ্ট কৰা সামগ্ৰীৰ কোনো নতুনত্ব সৃষ্টি হোৱা নহয়। হয়তো এই বিলাকৰ কোনো অংশ চিগি যাব পাৰে, ভাঙি যাব পাৰে কিন্তু মৌলিক পদাৰ্থ বিলাকৰ কোনো পৰিৱৰ্ত্তন হোৱা নুবুজায়।

কিছুমান দ্ৰব্য বা বস্তু ভাঙি চিগি যোৱাত মানুহৰ ব্যৱহাৰত অসুবিধা বা অনুপযোগী হৈ পৰে। এনে অনুপযোগীতাই বস্তু বা দ্ৰব্য সামগ্ৰীৰ মৌলিক পৰিৱৰ্ত্তন হোৱা বুলি কব নোৱাৰি। এনে অনুপযোগীতাই মানুহৰ অসুবিধাৰ সৃষ্টি কৰে, সিবিলাকৰ ব্যৱহাৰত। মানুহৰ ব্যৱহাৰৰ ক্ষেত্ৰত হোৱা অসুবিধা বিলাক দূৰ কৰিবলৈ মানুহেই যত্ন কৰিছে বা কৰি আছে, কিন্তু বস্তুৰ কোনো পৰিৱৰ্ত্তন হোৱা বুলি মুলগতঃ ভাবে কব নোৱাৰি। মানুহে কৰি লোৱা মেৰামতি বা সংশোধনিক, বহল বা সাধাৰণ অৰ্থত প্ৰকৃতিৰ কাৰ্য্য বুলি ব্যাখ্যা কৰিব পাৰি। মানুহো প্ৰকৃতিৰেই অংশ।

কিছুমান দ্ৰব্য বেলেগ বেলেগ ভাবে ব্যৱহাৰ কৰিলেও তাৰ মৌলিক গুণৰ পৰিৱৰ্ত্তন নহয়। ভঙা শিলৰ টুকুৰাবোৰ নি চিমেণ্ট, বালি, লোৰ টুকুৰা, চিমেণ্ট বালিৰ শুকান টুকুৰা বিলাক ওলাই আহে। পকী কৰোতে শিলৰ মৌলিক গুণ বিলাকৰ কোনো পৰিৱৰ্ত্তন নোহোৱাকৈ থাকে বুলি কব পাৰি।

গছবোৰ কাটি নি ঘৰত তক্তা আদি তৈয়াৰ কৰি ঘৰুৱা কামত লগোৱা হয়। কিন্তু কাঠ হিচাপে কাঠ দালৰ মৌলিক পদাৰ্থ বিলাকৰ কোনো পৰিৱৰ্ত্তন হোৱা চকুত নপৰে।

বস্তু ভাগিছে বা ভাঙিছে বুলি আমি কওঁ। কোন বিলাক বস্তু ভাঙিছে বুলি কওহক? বাঁহৰ কামি এদাল ভগা-চিগা, ভাঙি টুকুৰা-টুকুৰ কৰিব পাৰি। কামিটো ভাঙি টুকুৰা কৰা অংশ বিলাক কামিৰেই অংশ। এনেধৰণৰ কঠিন বস্তু বিলাক ভঙা বুলি কোৱা হয়। কিন্তু মৰাপাট বা সূতাৰে তৈয়াৰ কৰা ৰচি বিলাক টুকুৰা টুকুৰ হ'লে ৰচি দালক চিগা বুলি কোৱা হয়। বস্তুৰ ভগা চিগা হ'লে মৌলিক পদাৰ্থৰ গঠন প্ৰণালীৰ পৰিৱৰ্ত্তন হোৱা বুলি কব নোৱাৰি। গতিকে ভাঙিলে বা চিঙিলে মৌলিক পদাৰ্থৰ মৌলিক পৰিৱৰ্ত্তন নহয়।

পৃথিৱীত দুৰ্যোগ সৃষ্টি হ'লে কোনো কোনো অংশত ভগা চিগা হোৱা বুলি আমি বুজো। দুৰ্যোগত কেতিয়াবা নদীৰ গতি পৰিৱৰ্ত্তন হোৱা দেখো, কেতিয়াবা পাহাৰ খহি সিবোৰৰ টুকুৰা মানুহৰ ঘৰৰ ওপৰত পৰা দেখো; কেতিয়াবা পৃথিৱীখন ফালি পানী ওলোৱা দেখো, কেতিয়াবা দ খালৰ পৰা পানী বোৱা দেখো, পাহাৰৰ মাটি তললৈ বহি যোৱা দেখো, ডাঙৰ ডাঙৰ গছ-গছনি ভঙা দেখো, কেতিয়াবা উভলা দেখো। মুঠতে পৃথিৱীৰ বুকুত কিছুমান পৰিৱৰ্ত্তন হোৱা দেখো। এই ঘটনা বিলাকত পৃথিৱীৰ মাটি, পানী, শিল, বালি

আদিৰ কিবা কম বেছি হয় নেকি? এনে উল্লেখযোগ্য পৰিৱৰ্ত্তন বিলাকে পৃথিৱীৰ কোনো ক্ষতি সাধন নকৰে। কেইবছৰমান পিছত পৃথিৱীৰ এই ক্ষতি বিলাকৰ বেছি ভাগ ক্ষতি পূৰণ হোৱা দেখা যায় আৰু পুনৰ গঠন নহ'লেও অন্য ফালেদি সেই ক্ষত বিলাকৰ অৱস্থান লক্ষ্য কৰিব পাৰি।

পাহাৰখনত সৃষ্টি হোৱা প্ৰকাণ্ড প্ৰকাণ্ড গাত বোৰ কিছু বছৰ পিছত মৰি যায়, উভালি পৰা গছ-গছনি বিলাক পূৰ্ব্বৰ দৰে থিয় দিব নোৱাৰিলেও নতুন গছ-গছনিৰ জন্ম হয়, পৰিৱৰ্ত্তিত নদীৰ সোঁতটো পুনৰ আগৰ স্থানলৈ ঘূৰি নাহিলেও সি নতুন ঠাইতে থাকে, তাৰ দ্বাৰা পৃথিৱীৰ কোনো ক্ষতি নহয়। বানপানীত ভাঙি পেলোৱা ৰাস্তা, ওখ ঠাই আৰু মথাউৰিত পৃথিৱীয়ে বোকা বা বালি পেলাই পুতি পেলায়। হাল বোৱা মাটি পথাৰত সৃষ্টি কৰা খেতিৰ গাতবোৰ পৃথিৱীয়ে নিজে মাৰি পেলায় - বহুতো সময়ত বৰষুণেও সহায় কৰে। বহু বছৰ আগেয়ে সৃষ্টি হোৱা খাল, বিল, দ ঠাই বিলাক পৃথিৱীয়ে বছৰে বছৰে পুতি পেলায়। ৰাস্তা বান্ধিবলৈ খন্দা 'ড্ৰেইন' বিলাক পৃথিৱীয়ে নিজে মাৰি পেলায়। ওখ ঠাইৰ পৰা পানী আৰু মাটি বোৱাই নি দ ঠাই ওখ কৰে।

পৃথিৱীৰ নিজৰ মাধ্যাকৰ্ষণ শক্তি আছে, - সকলো বস্তু পৃথিৱীয়ে নিজৰ গাৰ ফালে টানে বা আকৰ্ষণ কৰে, পৃথিৱীৰ আহ্নিক গতি বা বাৰ্ষিক গতি আছে, পৃথিৱীয়ে দৈনিক আহ্নিকৰ ফালে গতি কৰে, সূৰ্য্যৰ পৰা ৰ'দ আৰু তাপ সংগ্ৰহ কৰি পৃথিৱীত জন্ম লাভ কৰা সকলকো যোগান ধৰে।

পৃথিৱীৰ অবিৰাম, বিৰামহীন, বিশ্ৰামহীন গতি কোটি কোটি বছৰৰ পৰাই চলি আছে, আৰু হয়তো চলি থাকিব।

ওজন, অৱয়ব আৰু পৰিষৰৰ ক্ষেত্ৰত পৃথিৱীত কি হৈ আছে জনা নাযায়। পৃথিৱীৰ ওজন কম বা বেছি হৈছে নে আমি নেজানো। কিন্তু চকুৰে দেখাত কোনো পদাৰ্থ বা বস্তু পৃথিৱীৰ পৰা অন্য গ্ৰহ, উপগ্ৰহ বা নক্ষত্ৰলৈ গৈ তাত চামিল হোৱাটো আমি দেখা নাই। পৃথিৱীৰ গছ-গছনি, মাটি, পানী, শিল, জীৱ-জন্তু সকলোবোৰ পৃথিৱীতেই আছে, পৃথিৱীৰ পৰা ওলাই যোৱা নাই। এই কথাৰ পৰা কব পাৰি যে পৃথিৱীৰ অংগ হানি হোৱা নাই, ক্ষতি হোৱা নাই। গতিকে সেই ফালৰ পৰা পৃথিৱীৰ ওজন বা অৱয়ৱ কমাৰ প্ৰশ্নই নুঠে। পৃথিৱীৰ বিৱৰ্ত্তন বা আৱৰ্ত্তনৰ ফলত যদি পৃথিৱীৰ অৱয়ব বা পৰিষৰৰ কোনো পৰিৱৰ্ত্তন হ'বলৈ পাইছে - সেই ফালৰ পৰা আমাৰ জ্ঞান নাই। আমি সাধাৰণ ভাবে কব পাৰো যে পৃথিৱীৰ ওজন আৰু পৰিষৰ একেধৰণেই আছে।

উপৰোক্ত আলোচনা বিলাকৰ পৰা এই কথা প্ৰতীয়মান হয় যে ভুঁইকপ, ধুমুহা বতাহ, শিল বৰষুণ, বানপানী আদি প্ৰাকৃতিক দুৰ্যোগ বিলাকত পৃথিৱীৰ কোনো উল্লেখনীয় লোকচান বা ক্ষতি নহয়। ভুঁইকপ আহি আছে, গৈ আছে, পৃথিৱীৰ কোনো অংশত কম্পনৰ সৃষ্টি কৰিছে, মাটি, শিল আদি ফাটিছে, গছ-গছনি বিলাক উভালিছে, ঘৰ-দুৱাৰ মানুহৰ বাসস্থান কিছুমান নষ্ট হৈছে দৰাচলতে পৃথিৱীৰ কোনো স্থায়ী ক্ষতি বা লোকচান হোৱা নাই। এনেদৰে ধুমুহা, বতাহ বৰষুণ, শিল-বৰষুণ, বানপানী আহিছে - সিবিলাকে ঘৰ-দুৱাৰ নষ্ট কৰিছে, মথাউৰি ভাগিছে, খেতি পথাৰৰ শস্যবিলাক নষ্ট কৰিছে, মানুহ মৰিছে, গৰু-ছাগলী বিলাকো মৰিছে, মানুহৰ মাজত বেমাৰ বাঢ়িছে - সিবিলাকেও পৃথিৱীৰ কোনো স্থায়ী ক্ষতি বা লোকচান কৰিব পৰা নাই। এটা দুৰ্যোগ সৃষ্টি হোৱা দিনৰ ভিতৰতে দুৰ্যোগজনিত কাৰণত পৃথিৱীত সৃষ্টি হোৱা তথাকথিত ক্ষয় ক্ষতি বিলাক পূৰ হৈছে বা পূৰ হ'বলৈ আৰম্ভ হৈছে।

পুৰণি কালৰ ভাৰতত ঋষি মুনি কিছুমানে কৈছিল যে, পৃথিৱীখন আগেয়েও আছিল, বৰ্ত্তমানেও আছে, আৰু ভৱিষ্যতলৈও থাকিব। পৃথিৱীখন ভাগি টুকুৰা টুকুৰ হৈ যাব বুলি, পৃথিৱীৰ সকলো জনপ্ৰাণী, সকলো ধৰণৰ জীৱন শেষ হৈ যাব বুলি ভুল ধাৰণা প্ৰচাৰ হৈ আছে। পৃথিৱী ভৱিষ্যতেও থাকিব।

## অভূতপূৰ্ব্ব সৃষ্টি

পৃথিৱীয়ে কৰা সৃষ্টি সমূহ নিত্য নতুন, আৰু অভূপূৰ্ব। প্ৰাণহীন, জীৱহীন পৃথিৱীত জীৱ, উপজীৱ, লতা, বন, জংঘল, প্ৰকাণ্ড প্ৰকাণ্ড বৃক্ষ, ভয় লগা পাহাৰ, স্ৰোতস্বিনী নদী, বৃহৎ সাগৰ, মাছ, সাপ, বাঘ, সিংহ, হাতী আদি জন্মিল, ক্ষুদ্ৰ ক্ষুদ্ৰ পোক-পৰুৱা, বীজাণু, জীৱাণু বিলাকো জন্মিল। অতীতত হোনো ভয় লগা 'ডাইনোছৰ' জাতীয় জন্তু বিলাক জন্মিছিল, সেই বিলাক মৰি শেষ হৈ নতুন নতুন প্ৰাণীৰ জন্ম হ'ল। কিন্তু নতুনকৈ জন্ম লাভ কৰা প্ৰাণী বা জীৱ বিলাক বিভিন্ন ভাবে বৈচিত্ৰপূৰ্ণ।

সম্প্ৰতি ডাঙৰ জন্তু হিচাপে হাতীৰ কথাকে ধৰা যাওক। হাতীৰ বাসস্থান সাধাৰণতে পাহাৰ বা ঘন জংঘলত। হাতীয়ে সেই জংঘলতে খাদ্য, বাসস্থান আদি যোগাৰ কৰি লয়। হাতীয়ে জাক পাতি ফুৰে, কিয় জাকপাতি ফুৰে,

হাতীয়েহে কব পাৰিব। হাতী প্ৰত্যেক দেশ বা অঞ্চলে অঞ্চলে ভিন্ন ভিন্ন প্ৰকাৰৰ। আফ্ৰিকাৰ হাতীটোৰ দেহৰ গঠন আৰু ভাৰতৰ হাতীটোৰ দেহৰ গঠন বেলেগ। চীন বা ৰাচীয়াৰ হাতী ভাৰতৰ হাতীৰ তুলনাত বেলেগ। তেনেদৰে বিভিন্ন ঠাইৰ হাতীৰ শাৰীৰিক গঠন, অবয়ৱ আদিৰ মিল নাই। অকল সেয়ে নহয় এখন দেশৰ হাতীবিলাকৰ মাজতেই পাৰ্থক্য আৰু বিভিন্নতা বিদ্যমান। একে ঠাইৰে দুটা হাতীৰ মাজত বৃহৎ অমিল দেখা যায়। কবলৈ হ'লে সম্পূৰ্ণ একে প্ৰকাৰৰ মিল থকা দুটা হাতী নাই। কবলৈ হ'লে প্ৰতিটো হাতী স্বতন্ত্ৰ। দেখা যায় কোনো কোনো কামত বা চিন্তা ধাৰাতো দুটা হাতীৰ ভিতৰত অমিল।

এনে প্ৰকাণ্ড জীৱটো কিয় সৃষ্টি কৰা হ'ল আমি নেজানো। আমি কব লাগিলে কব পাৰিম প্ৰকৃতিৰ সৃষ্টি ধাৰাত, বিকাশৰ বিভিন্ন স্তৰত হাতীৰ জন্ম এইদৰে হ'বলৈ পাইছে। তাত বাহিৰে আমি অন্য উত্তৰ দিব নোৱাৰিম। কোনো মানুহেই কব নোৱাৰিব হাতী ইমান ডাঙৰ হ'ল কিয়? তাৰ বাহিৰেও হাতীৰ মাজত বৰণৰ পৰিৱৰ্ত্তন দেখা যায়। হাতীৰ গাৰ ৰং বিলাকতো পাৰ্থক্য দেখা যায়। হাতীৰ শুৰ, কাণ, মূৰ, দাঁত, মুখ, চকু, নেজ, পেট আদিৰ মাজত বিভিন্নতা সকলো হাতীতে দেখা যায়। মানুহে কয় যে হাতীয়ে কথা মানি চলে, নিৰ্জু প্ৰাণী। পোহনীয়া হাতীয়ে মাউত বা গিৰিহঁতৰ কথা মানি চলে। হাতীয়ে বুজি পোৱা ভাষাত 'বহিবলৈ' কলে মাটিত বহি যায়, আৰু পিঠিত মানুহ বা বস্তু কঢ়িয়াই নিয়ে। বাঘ, সিংহ, গাহৰি আদি চিকাৰ কৰোতে মানুহে হাতীত উঠি চিকাৰ কৰা দেখা যায়। চিকাৰৰ সময়ত হাতীয়ে মাউতৰ কথামতে চলা দেখা যায়।

হাতীৰ খাদ্য কলগছ, পানী আৰু অন্যান্য গছ বিলাকৰ ডাল পাত আদি। বনৰীয়া হাতীৰ খাদ্য যোগান দিয়াৰ প্ৰয়োজন নাই। সিহঁতে নিজে খাদ্য বিচাৰি লয়। কিন্তু সম্প্ৰতি কালত বন জংঘল কমি যোৱাত পাহাৰত হাতীৰ খাদ্য বস্তু কমি গৈছে, আৰু সেই কাৰণে মাজে সময়ে মানুহৰ ঘৰ-দুৱাৰ, বাসস্থান বিলাকলৈ খাদ্য বিচাৰি আহে। সেই সময়ত দুই/চাৰিটা ঘৰ দুৱাৰ ভাঙে আৰু দুই/চাৰিজন মানুহ মাৰে। সাধাৰণতে হাতীয়ে বধ কৰা মানুহ বিলাক হেনো হাতীৰ কাৰ্য্যত বাধা প্ৰদান কৰা লোক।

হাতীক বশ কৰি, শিকাই, বুজাই লৈ মানুহে কিছুমান হাতীক পোহনীয়া হাতীৰ দৰে ঘৰত ৰাখে। হাতীৰ দ্বাৰা দূৰলৈ যাত্ৰা কৰিব পাৰি, গধুৰ কাঠ, গছ আদি কঢ়িয়াব পাৰি।

হাতীৰ নিয়মানুবৰ্ত্তিতা মন কৰিব লগীয়া। হাতী পৃথিৱীত কিয় সৃষ্টি কৰিলে মানুহে নেজানে। মানুহে ভাবে যে মানুহৰ ব্যৱহাৰৰ কাৰণেই হাতী সৃষ্টি কৰা হৈছে। এই ধাৰণা শুদ্ধ নহয়। মানুহে কোনো কোনো হাতীক বস কৰিছে সঁচা, সেই বিলাক হাতীক নিজৰ ব্যৱহাৰৰ উপযোগী কৰাত নিয়োগ কৰিছে, — ইয়ো সঁচা। কিন্তু সকলো হাতীকে মানুহে বস কৰিব পৰা নাই বা বস কৰিব নোৱাৰে।

হাতীক বেয়া ব্যৱহাৰ কৰিলে হেনো হাতীয়ে প্ৰতিশোধ লয়। হাতীয়ে ভালপোৱা জনৰ ওচৰত হেনো বশ্যতা স্বীকাৰ কৰে। হাতীৰ পুৰুষ ও মহিলা আছে, উভয়ৰ যৌন সহযোজনত সন্তান ওপজে। সন্তান জন্মাৰ কাৰণে পৃথিৱীৰ বহু জীৱৰ এনে সহযোজনাৰ প্ৰয়োজন।

হাতীৰ সৃষ্টি মানুহৰ কাৰণে অবুজ সাঁথৰ।

## মানুহৰ সৃষ্টি

এইটো সত্য যে মানুহৰ সৃষ্টিৰ কাৰণে অৰ্থাৎ পৃথিৱীত নতুন নতুন মানুহ জন্ম দিয়াৰ কাৰণে পুৰুষ মহিলাৰ যৌন সম্পৰ্ক কৰাৰ প্ৰয়োজন। কিন্তু সম্প্ৰতি কালত এনে যৌন সম্পৰ্ক নকৰাকৈও বৈজ্ঞানিক সকলে নতুন মানুহৰ জন্ম দিব পৰা হৈছে। সৃষ্টিৰ ইতিহাসত ই অভূতপূৰ্ব।

মানুহ বগা, তাম বৰণীয়া আৰু ক'লা বুলি ঠাৱৰ কৰা হৈছে। পৃথিৱীৰ গৰম, শীত আৰু মধ্যৱৰ্ত্তী অঞ্চলৰ প্ৰভাৱতেই মানুহৰ গাৰ বৰণ পৰিৱৰ্ত্তন হয় বুলি মানুহে ঠাৱৰ কৰিছে। বেছি গৰম ঠাইত ওপজা মানুহ বিলাক ক'লা; বিষুবৰ আশে পাশে ওপজা মানুহ বিলাক ভাৰতীয় মানুহৰ দৰে তাম বৰণীয়া ৰঙৰ। উত্তৰ আৰু দক্ষিণ গোলাৰ্দ্ধত বাস কৰা ঠাণ্ডা ঠাইৰ মানুহ বিলাক বগা হয়।

মানুহ সামাজিক প্ৰাণী কাৰণে চিন্তাধাৰাৰ সমতা বা সামঞ্জস্যতা আছে। নজনা কথাবোৰ জনা মানুহৰ পৰা মানুহে শিকি লোৱাৰ সৌভাগ্য আছে। বিজ্ঞান, সাহিত্য, প্ৰযুক্তিবিদ্যা, সদাচাৰ, শিষ্টাচাৰ, সুব্যৱহাৰ আদি মানুহে শিকি লৈছে।

শাৰীৰিক শক্তিৰ প্ৰয়োজন হেতুকে পুৰুষ আৰু মহিলাৰ মাজত কৰ্ম বিভাজন চলি আছে। আধুনিক যুগৰ সভ্যতাৰ প্ৰয়োজনীয়তা আছিল। সুচল ৰাস্তাঘাট, মথাউৰি, ৰেললাইন, জাহাজঘাট এৰোপ্লেন, টেলিভিছন, আৰু

টেলিগ্ৰাফত কাম কৰা বিভিন্ন সজুলি মটৰ, ট্ৰাক আদিৰ দৰে যান বাহন মানুহে সৃষ্টি কৰিছে। ডাঙৰ ডাঙৰ পকী বিল্ডিং, পকী দলং সমূহ মানুহেই সাজি উলিয়াইছে।

কবিতা, কাব্য, গীতিশাস্ত্ৰ, গীতিবাদ্য মানুহেই সৃষ্টি কৰিছে। মানুহৰ সুবিধাৰ কাৰণে মানুহে বিভিন্ন আৱিস্কাৰ বিলাক সম্পাদন কৰিছে। পৃথিৱীৰ বিভিন্ন গছ লতাৰ ঔষধিগুণ আৰু অন্যান্য গুণবোৰ মানুহেই পৰীক্ষা নিৰীক্ষা কৰি উলিওৱা হৈছে। পৃথিৱীৰ পানী, মাটি, বায়ু, বতাহ, ভূমিকম্প, বানপানী আদিৰ বিভিন্ন অনুসন্ধান মানুহেই কৰি আছে। আকাশ, গ্ৰহ, উপগ্ৰহ, নক্ষত্ৰ বিলাকৰ পৰীক্ষা নিৰীক্ষা মানুহেই কৰি আংশিকভাবে কৃতকাৰ্য্য হৈছে। মানুহে ভাবে যে মানুহ সমাজৰ সভ্যতা সৃষ্টিত মানুহে নিতৌ ওপৰলৈ ঠেলি নিব পাৰিছে, আৰু এদিন মানুহ সমাজক উচ্চতৰ আসনত বহুৱাব বুলি ধাৰণা কৰে। পৃথিৱীৰ বিভিন্ন ধৰ্ম আৰু সংস্কৃতিৰ উদ্ভাৱক মানুহেই। মানুহ সমাজৰ ঐক্যহীনতাক- ঐক্য আৰু সংহতিৰ ফালে মানুহেই আগুৱাই নিবলৈ সমৰ্থ হৈছে।

মানুহে পৃথিৱীৰ বুকুত কৃষি কাৰ্য্য কৰে, তাৰ বাবে নদী আৰু নিজৰা বিলাক বান্ধে। পাহাৰ আদি পানী যোগানৰ প্ৰজেক্ট বিলাক তৈয়াৰ কৰে। পৃথিৱীৰ বুকু ফালি ধাননি, গমনি, সৰিয়হ থলি, কুঁহিয়াৰ থলি আদিৰ সৃষ্টি কৰে। সিবিলাকক কেন্দ্ৰ কৰি হৰেক প্ৰকাৰৰ উদ্যোগ আৰু যন্ত্ৰ চালিত পাম তৈয়াৰ কৰে।

মানুহে ধাৰণা কৰে যে পৃথিৱীৰ অন্যান্য প্ৰাণীৰ তুলনাত মানুহ অগ্ৰসৰমান,- সংহতি, ধৰ্ম গ্ৰহণ আদিত মানুহ সকলোতকৈ আগবঢ়া। মানুহে সমাজ পাতি বাস কৰে, - বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাত মানুহ অদ্বিতীয়।

মানুহে দল বান্ধি বা ঐক্যবদ্ধ হৈ পৃথিৱীত বাস কৰে; নিজৰ ভিতৰৰ জ্ঞান আৰু অভিজ্ঞতা বিলাক মানুহে মানুহে বিতৰণ কৰে, আৰু আয়ত্ব কৰে। মানুহে সুখ দুখৰ আলোচনা, বিলোচনা আৰু সংবেদনা বিতৰণ কৰে। মানুহে দৰকাৰত নিজকে শ্ৰেষ্ঠ বুলি বুজে। এই মানুহেই আকৌ নিজৰ ভিতৰতে কাজিয়া, যুদ্ধ, মহাযুদ্ধ সৃষ্টি কৰি পৰস্পৰে পৰস্পৰক নিশেষ কৰি পেলায়। ভয়াবহ যুদ্ধ, হত্যাকাণ্ড, ধ্বংসকাণ্ড মানুহেই মানুহৰ বিৰুদ্ধে সৃষ্টি কৰে। আনৱিক অস্ত্ৰ মানুহেই তৈয়াৰ কৰিছে, আনৱিক যুদ্ধ মানুহেই সৃষ্টি কৰিছে, 'হিৰোচিমা', 'নাগাচাকি' ধ্বংস যজ্ঞও সৃষ্টি কৰিছে মানুহেই। আনহাতে মানুহেই আনৱিক অস্ত্ৰ ৰোধ কৰিবলৈ বিশ্বজুৰি শান্তি আন্দোলন ৰুজু কৰিছে।

মানুহ শান্তি, সমৃদ্ধি আৰু প্ৰগতিৰ বাহক। মানুহ সমাজক মহীয়ান আৰু শ্ৰেষ্ঠ স্থানত উপনীত কৰাবলৈ মানুহে অসীম প্ৰচেষ্টা প্ৰয়োগ কৰে। পৃথিৱীৰ অইন কোনো প্ৰাণীয়ে স্কুল কলেজ নেপাতে, ডাক্তৰখানা বা চিকিৎসা বিদ্যা আৰম্ভ নকৰে। কোনো প্ৰাণীয়ে যন্ত্ৰ পাতি তৈয়াৰ বা ব্যৱহাৰ নকৰে। মানুহৰ দৰে প্ৰণালীবদ্ধ সভা, সমিতি বা আলোচনা অনুষ্ঠান নেপাতে।

মানুহে কাপোৰ তৈয়াৰ কৰে, কাপোৰ ব্যৱহাৰ কৰে। বাকী কোনো প্ৰাণীয়ে কাপোৰৰ ব্যৱহাৰ নেজানে - কাপোৰ তৈয়াৰ কৰা দূৰৰ কথা। বিজুলি বাটি, ফোন, ৰেডিঅ', টেলিভিছন মানুহেই তৈয়াৰ আৰু ব্যৱহাৰ কৰে। অইন প্ৰাণীয়ে তৈয়াৰ কৰিব বা ব্যৱহাৰ কৰিব নেজানে।

আংশিকভাবে হ'লেও মানুহে জীৱ জন্তু বিলাকৰ ওপৰত আধিপাত্য বিস্তাৰ কৰে। মানুহৰ আশ্ৰয়ত থকা গৰু, ম'হ, ছাগলী, ভেৰা, উট, কুকুৰ, মেকুৰী আদি প্ৰাণী বিলাকৰ ওপৰত মানুহৰ সীমাহীন প্ৰভাৱ স্বীকাৰ কৰিব লাগিব। মানুহৰ প্ৰেম আৰু উদাৰতা আছে সঁচা, - কিন্তু মানুহ প্ৰতিহিংসা পৰায়ণ আৰু হিংসুকো। মানুহৰ ভিতৰত উচ্চ শ্ৰেণী, নিম্ন শ্ৰেণী, ধনী, দুখীয়া, শোষক, শোষিতৰ বিভিন্নতা বিদ্যমান। ধৰ্মৰ নামত সম্প্ৰদায়ৰ নামত মানুহৰ মাজত দ্বন্দ্ব কাজিয়া আকাশ লঙ্ঘা। ধৰ্ম, জাতি আৰু সম্প্ৰদায়ৰ মাজত শতাব্দী জুৰি হেজাৰ হেজাৰ মানুহৰ জীৱন নাশ কৰিছে। মুক্তিৰ নামাৱলী পিন্ধি 'জেহাদী' আন্দোলন চলোৱা হৈছে।

সকলো দিশ বিবেচনা কৰি যদি তুলনামুলকভাবে নিৰীক্ষণ কৰা হয়, দেখা যায় মানুহ জাতি পৃথিৱীৰ অন্য সকলো প্ৰাণীতকৈ তুলনামুলকভাবে প্ৰগতিশীল, মানুহ প্ৰাণী শ্ৰেষ্ঠ।

এই শ্ৰেষ্ঠ প্ৰাণী মানুহৰ কিয় জন্ম দিয়া হৈছে ৫০ বছৰ মানৰ পৰা আৰম্ভ কৰি ৮০/৯০ বছৰ মান বয়সৰ ভিতৰত মানুহ প্ৰাণীটো মৰা পৰে। কিছুমান মানুহ কম বয়সতে মৰা পৰে। এই মৰা মানুহৰ দেহ বিলাক কি কৰা হয়? কোনো কোনোৱে পানীৰ সোঁতত উটুৱাই দিয়ে, মাটিত কবৰ দিয়ে, কোনো কোনোয়ে জুই ধৰি দাহ কৰি হয় পুতি পেলায়, নহয় নদী বা সাগৰত নিক্ষেপ কৰা হয়। নদী, সাগৰত নিক্ষেপ কৰিলে বা মাটিত কবৰ দিলেও মানুহ মৰাৰ পিছত পৃথিৱীতে থাকি যায়। মৰা দেহটো পৃথিৱীতে মিলি যায়।

মানুহ নামৰ এই জটিল প্ৰাণীটো সৃষ্টি কৰাৰ পৃথিৱীৰ কি উদ্দেশ্য, বা

লক্ষ্য আছিল আমি কিন্তু মানুহে নেজানো। কেইটামান বছৰ পৃথিৱীত থাকি আমি পৃথিৱীৰ সমগ্ৰ পৃথিৱীখনৰ মালিক হিচাপে নিজকে ভাবো, আৰু আমাৰ চাল-চলন কাৰ্য্য প্ৰণালীও তেনে ধৰণৰ চিন্তাৰ দ্বাৰাই পৰিচালিত হয়।

আমি জানো যে, পৃথিৱীৰ ওপৰত মানুহ জাতিৰ কোনো অধিকাৰ নাই। ছখন মহাদেশ, বহু দেশ আৰু ৰাজ্যৰ সীমা পৃথিৱীয়ে স্থিৰ কৰি দিয়া নাই, মানুহ জাতিৰ নিজৰ দলৰ বা শ্ৰেণীৰ দ্বাৰা শক্তি প্ৰয়োগ কৰি পৃথিৱীৰ বিভাজন ঘটাইছে। দৰাচলতে চাবলৈ হ'লে পৃথিৱীৰ বৰ্ত্তমানৰ বিভাজনে পৃথিৱীৰ কোনো ক্ষতি বা লোকচান নকৰে। মানুহে কৰা বিভাজন হয়তো মানুহ জাতিৰ অস্তিত্ব আৰু শক্তিৰ ওপৰত নিৰ্ভৰ কৰে; এনে হোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি,- যে এদিন পৃথিৱীৰ মানুহে গঢ়া সীমা বিলুপ্ত হ'ব।

পৃথিৱীখন নহ'লে মানুহ জাতিৰ বসবাসৰ স্থান নাই - পৃথিৱীখন নহ'লে মানুহৰ খোৱা, লোৱা, শোৱনৰ কোনো ব্যৱস্থা নাই। তেনেদৰে সূৰ্য্যৰ তাপ আৰু পোহৰ মানুহৰ জীৱনৰ কাৰণে অপৰিহাৰ্য্য। যদি এক মিনিটৰ কাৰণে সূৰ্য্যৰ তাপ আৰু পোহৰ নাথাকে পৃথিৱীৰ সমস্ত জীৱ নিমিষতে মৃত্যু মুখত পৰিব। সূৰ্য্য আৰু পৃথিৱীয়ে মানুহক জীয়াই ৰাখিছে। এই দুই মহাশক্তিৰ ওচৰত পৃথিৱীৰ স্থিতি নগণ্য আৰু অতি ক্ষুদ্ৰ।

মানুহৰ আত্মম্ভৰিতা, অহংকাৰ, গৌৰৱ, যশ, মান, গৰ্ব জাতি আৰু সম্প্ৰদায়ৰ শ্ৰেষ্ঠত্বৰ দাবী অতি নগণ্য, অতি ক্ষুদ্ৰ। এইবোৰ দৰাচলতে স্থিতিহীন।

পৃথিৱী নহ'লে মানুহ নেবাছে, কিন্তু মানুহ নহ'লে পৃথিৱীৰ কোনো ক্ষতি নহয়। পৃথিৱীখন মানুহৰ ওপৰত নিৰ্ভৰ নকৰাকৈ ঘূৰি আছে, আৱৰ্ত্তন, বিৱৰ্ত্তন আৰু ন, ন জীৱৰ সৃষ্টি কৰি আছে।

মানুহ জাতি নোহোৱা হ'লে পৃথিৱীত সাগৰ, পানী, মাটি, বায়ু, গছ-গছনি, জীৱ-জন্তু, পাহাৰ, পৰ্বতৰ কোনো লোকচান বা হানি নহয়। পৃথিৱীৰ প্ৰয়োজনবোৰৰ লগত মানুহৰ জন্মৰ প্ৰয়োজন আছে বুলি বুজিব নোৱাৰি।

বৰ্ত্তমান ধনবাদী যুগত মানুহ ব্যক্তি কেন্দ্ৰিক, স্বাৰ্থপৰ, আপোনপেটীয়া, পৰশ্ৰীকাতৰ, পৰবিদ্বেষী। এনে দৃষ্টিভংগী থাকিলে আৰু ব্যক্তি স্বাৰ্থ পূৰণৰ কাৰণে ব্যস্ত হৈ থাকিলে মানুহে পৃথিৱীত শান্তি আৰু প্ৰেমৰ সৃষ্টি কৰিব নোৱাৰিব।

মানুহৰ ব্যক্তিগত স্বাৰ্থ আৰু শ্ৰেণীগত স্বাৰ্থৰ কাৰণেই যুদ্ধ মৰনাস্ত্ৰ

ব্যৱহাৰ আৰু মহাযুদ্ধৰ অৱতাৰণা হৈছে। এই বিলাকত ক্ষতি হ'ব মানুহৰেই। পৃথিৱীৰ কোনো ক্ষতি নহয় বা হোৱাৰ কাৰণো নাই। এই মহান পৃথিৱী আৰু সূৰ্য্যই মানুহৰ জন্ম কিয় দিলে। এই প্ৰশ্নৰ কোনো সমাধান আছে নে নাই নেজানো। কিন্তু পৃথিৱীৰ সৃষ্টি, বিকাশ, প্ৰগতিৰ লগত মানুহৰ কিবা সম্পৰ্ক আছে নেকি? এই প্ৰশ্নৰ জবাব পোৱা টান হ'ব বুলি ভাবো।

## ভিন ভিন জীৱনৰ সৃষ্টি

হাতী আৰু মানুহৰ উপৰিও লক্ষ, লক্ষ জীৱন সৃষ্টি হৈছে আৰু হৈ আছে। বাঘ, সিংহ, ঘৰিয়াল, গাহৰি, শিয়াল আদি হিংস্ৰ জন্তুৰ কিয় জন্ম দিয়া হ'ল, কিয় এই জন্তু বিলাক হিংস্ৰ হ'ল, বুজি পোৱা কঠিন। দেখা যায় এই হিংস্ৰ জন্তু বিলাক জীয়াই থাকিবলৈ হ'লে, খাদ্য সম্ভাৰ গোটাবলৈ হ'লে সিহঁতে অন্য জন্তু বা জীৱক বধ কৰাটো যেন অনিবাৰ্য্য ঘটনাহে। বাঘ, সিংহ, শিয়াল, ভালুক আদিয়ে চিকাৰ নকৰিলে খাদ্য গোটাব নোৱাৰে। অন্য জন্তু বিলাকে কষ্ট কৰিলেহে খাদ্যৰ যোগান পায়। গতিকে দেখা যায় যে এৰাব নোৱাৰা কাৰণত কিছুমান জন্তুৱে চিকাৰ কৰিবলৈ বাধ্য হয়, আৰু অৱশেষত চিকাৰ কৰাটো এটা এৰাব নোৱাৰা অভ্যাসত পৰিণত হয়।

এই চিকাৰী জন্তু বিলাকৰ ভিতৰতো গাৰ ৰং, বৰণ আদিৰ পাৰ্থক্য বিদ্যমান। চিকাৰী প্ৰাণীৰ চিকাৰৰ নিয়ম পদ্ধতি বিলাকো বেলেগ বেলেগ। এই চিকাৰী জীৱ বিলাকে পৃথিৱীৰ অন্য জীৱৰ কিবা সহায় সাহায্য দিব পাৰে নেকি, বা দিয়ে নেকি সেইটো জনা নাযায়। দেখা যায় ইহঁত পাহাৰ, পৰ্বত আৰু জংঘলত থাকে, আৰু সিবিলাক ঠাইতো চিকাৰ বিচাৰি ফুৰে। সিহঁতে পৃথিৱীৰ নদী, ঝৰ্ণা আদিৰ পানী খায়, পৃথিৱীৰ জীৱ সমুহ বধ কৰি ভক্ষণ কৰে। সিহঁতে মানুহকো চিকাৰৰ লক্ষ্য হিচাপে ব্যৱহাৰ কৰে।

এই চিকাৰী জন্তু বিলাকৰ বাহিৰে আৰু বহতো প্ৰাণী থাকে, যি বিলাক তৃণভোজী। যেনে- গৰু, ঘোঁৰা, ছাগলী, ম'হ, হাতী, হৰিণ আদি জন্তু বিলাক। ইহঁতে গছৰ আৰু শস্যৰ পাত খাই জীৱন ধাৰণ কৰে। পৃথিৱীত এই তৃণভোজী প্ৰাণীবোৰৰ সৃষ্টিৰ কি প্ৰয়োজন আমি নেজানিম।

একেটা জাতৰ তৃণভোজী বা মাংসভোজী প্ৰাণী যি জন্তুৱেই নহওক সিহঁত কেবাটাও শ্ৰেণীত বিভাজিত হোৱা দেখা যায়। প্ৰত্যেক শ্ৰেণীৰ জন্তুৰ

গাৰ ৰং, চেহেৰা, গঠনৰ বিভিন্নতা বিদ্যমান, যদিওবা সাধাৰণভাবে একেটা শ্ৰেণীৰ নামেৰেই সিহঁতৰ নামাকৰণ কৰা হয়। বাঘ, সিংহ, শিয়াল আদি প্ৰত্যেক জাতিৰ পশুৰ নিজৰ ভিতৰত বহুত প্ৰকাৰৰ বিভিন্নতা বিদ্যমান। বাঘক বাঘৰ শ্ৰেণীত ধৰা হয়, কিন্তু বাঘ বিলাকৰ গাৰ ৰং বিভিন্ন। নাহৰফুটুকী বাঘ, ঢেকীয়াপতীয়া বাঘ আদি শ্ৰেণীৰ বাঘ বিলাকৰ প্ৰত্যেকৰ গাৰ ৰঙেৰে চিনিব পাৰি যে ইহঁত বেলেগ বেলেগ। কিন্তু নাহৰফুটুকী বাঘৰ নিজৰ মাজতেই আকউ বিভিন্নতা দেখা যায়। এই কথা কোৱাৰ উদ্দেশ্য হৈছে যে, প্ৰজাতিৰ শ্ৰেণী বিন্যাস কৰোতে বাঘৰ শ্ৰেণী চকুত ধৰা পৰে, আৰু ধৰা পৰে প্ৰত্যেকটো বাঘৰ মাজত থকা নানা ৰঙৰ পাৰ্থক্য বা বিভিন্নতা। সাধাৰণভাবে কিছুমান জন্তুক একে ধৰণৰ বুলি ধাৰণা কৰিব পাৰি, কিন্তু একে বুলি ধাৰণা কৰা জন্তু বিলাকৰ প্ৰত্যেকৰ মাজতেই আকৌ নানা পাৰ্থক্য। অৰ্থাৎ হুবহু একে ধৰণৰ দুটা জন্তু নাথাকে, দৰাচলতে প্ৰত্যেকটো জন্তুই বেলেগ বেলেগ।

চিকাৰী জন্তু বিলাকৰ দাঁত, নখ আৰু তৃণভোজী জন্তু বিলাকৰ দাঁত, নখৰ আদিত পাৰ্থক্য দেখা যায়। যেন এই জন্তু বিলাক জন্মৰ পৰাই চিকাৰী হৈ জন্ম গ্ৰহণ কৰিছে।

বনৰীয়া জন্তু কিছুমান আছে সিহঁতে তৃণভোজী জন্তু বিলাকৰ নিচিনাকৈ গছৰ দাল, পাত আদি ভক্ষণ কৰে। নাৰিকলৰ ডাব, কৰ্দ্দৈ টেঙা, অমিতা, সুমথিৰা, আম, কঁঠাল আদি বান্দৰে ভক্ষণ কৰে।

কিছুমান চৰাইয়েও গছৰ পাত, ডাল আৰু ফল ভক্ষণ কৰি জীৱন নিৰ্বাহ কৰে। অন্য কিছুমান চৰায়ে মাছ, বেং, ফৰিং, গছৰ পাত আদি খাই জীৱন নিৰ্বাহ কৰে।

বগলী জাতীয় চৰায়ে পানী, মাটি আৰু গছত চৰে, ইহঁতে পানীৰ মাছ খায়; সাপ, কুছিয়া আদি ভক্ষণ কৰে। মাটিত থাকোতে সৰু সৰু পোক ভক্ষণ কৰে আৰু গছৰ ওপৰত নিজৰ ঠাইত বাহ সজি নিৰাপদে থকাৰ ব্যৱস্থা কৰে। বাজ, চিলনী আদিয়ে মাছ, মাংস খায়, নদী বা পুখুৰীত ইহঁতে মাছ চিকাৰ কৰে, আৰু সৰু সৰু চৰাই চৃকটি বিলাক বধ কৰে।

শগুণে মাংস খায়, কিন্তু সিহঁতে নিজে চিকাৰ নকৰে। মৰা জন্তুৰ শ বিলাক ইহঁতে ভক্ষণ কৰে। শগুণবোৰ ক্ষতিকাৰক নহয়। মৰা মানুহৰ শ, মৰা গৰু, ম'হ বা অন্য যি কোনো জন্তুৰ শ শগুণে খায়। ইহঁত দেখাত ডাঙৰ ভয় লগা, কিন্তু স্বভাৱত শান্ত শিষ্ট।

কাউৰীৰ কেবাটাও জাত- তাৰ ভিতৰত ধোৱা কাউৰী আৰু পাতি কাউৰী। গঠনত পাতি কাউৰী সৰু, সিহঁতৰ মাতো বেলেগ। ধোৱা কাউৰী দেখাত ডাঙৰ আৰু সিহঁতৰ মাতো ডাঙৰ। পাতি কাউৰীতকৈ ধোৱা কাউৰীৰ সংখ্যা কম। পাতি কাউৰী বিলাকে চোতাল, ঘৰ আদিতেই বসবাস কৰি থাকে। সিহঁতে ঢলপুৱাতে সাৰ পায়, আৰু চিঞৰিবলৈ ধৰে। মানুহে পাতি কাউৰীৰ চিঞৰ লক্ষ্য কৰি ৰাতি পুৱাল বুলি বুজি পায়। সেই মতে বিচনা ত্যাগ কৰি নিজৰ কামত নিয়োজিত হয়। পুৱাবেলা কাউৰী ঘড়ীৰ দৰে কাম কৰে। পাটি কাউৰী বিলাকৰ মাতবোৰ হেনো বৰ চোকা। কোনো কোনো সময়ত মানুহৰ বিপদ হ'ব পাৰে বুলি সিহঁতে অনুমান কৰি মানুহ ঘৰৰ পজাৰ ওচৰে পাজৰে চিঞৰি থাকে। কথিত আছে আলহী, ইষ্ট-কুটুম আহিবৰ হ'লেও সিহঁতে আগজাননী দিয়ে। কাউৰীৰ চিঞৰতো মানুহে যথেষ্ট গুৰুত্ব দিয়ে। কাউৰীৰ একতা উল্লেখনীয় গুণ। এজনী কাউৰী বিপদত পৰিলে বাকী কাউৰী সকলেও সহযোগ কৰে। বিপদগ্ৰস্ত কাউৰীটোক উদ্ধাৰ কৰিবলৈ কাউৰীৰ ক্ষতিকৰা মানুহক কাউৰীয়ে জুৰুলা কৰে, মূৰৰ চুলি উভালি নিয়ে নাইবা খুটিয়াই জখম কৰে। ওচৰেদি গ'লে 'কা, কা' কৈ বিৰক্তিৰ সৃষ্টি কৰে। কাউৰীয়ে ডাঙৰ জন্তু হত্যা নকৰে, কিন্তু মৰা গৰু, মানুহ, ছাগলী আদি ভক্ষণ কৰে। সিহঁতে পোক, পৰুৱা আৰু পেলনীয়া বস্তু বিলাক ভক্ষণ কৰে। পোক, পৰুৱা বিলাক খোৱাৰ পিছত কৃষকৰ শস্য বিলাক শত্ৰুবিমুক্ত হয়- সেই ফালৰ পৰা কাউৰী মানুহৰ বাবে উপকাৰী।

শালিকা চৰাই মানুহৰ ঘৰে চোতালে থাকে, সেইদৰে ঘণচিৰিকা চৰায়ো মানুহৰ ঘৰে চোতালে থাকে। শালিকা আৰু ঘনচিৰিকা চৰায়ে মানুহৰ কোনো ক্ষতি নকৰে। সৰু সৰু পোক পৰুৱা বিলাক খাই জীৱন নিৰ্বাহ কৰে।

পাৰচৰাই আটাইতকৈ শান্ত শিষ্ট ইহঁতে মানুহৰ লগে লগে থাকে। ইহঁতে ধান, চাউল, মাহ, বুট আদি শস্য বিলাক খাই জীৱন নিৰ্বাহ কৰে। দুখীয়া মানুহে পাৰ চৰাই পুহি- পোৱালী বিক্ৰী কৰি জীৱনৰ কিছু খৰছ বহন কৰে।

মুগী আৰু হাঁহ আমাৰ উল্লেখযোগ্য খাদ্য। ইহঁতৰো ঘৰছীয়া, বনৰীয়া আছে। বিভিন্ন বতৰত ভাৰতৰ কিছু সংখ্যক চৰাই বিদেশলৈ উৰি যায় আৰু বিদেশৰো বহু সংখ্যক চৰাই ভাৰতলৈ সাময়িক ভাবে প্ৰব্ৰজন কৰি কিছু দিন থাকি ভাৰতৰ পৰা আকৌ নিজ দেশলৈ উভতি যায়।

চৰাই জাতি কেবা হেজাৰ বিধৰ আছে বুলি কোৱা হয়। বগা, ৰঙা, হালধীয়া, ৰংচুৰা, পখৰা, আদি ৰং বিৰঙৰ চৰাই বিলাক দেখা যায়। ইহঁতৰ মাঁত, গান, স্বৰ মনোকর্ষক। নতুন নতুন চৰাই দেখিলে চাই থাকিবৰ মন যায়। ঘনচিৰিকা আৰু কেতবোৰ চৰায়ে ধান, মাহ, গম আদিৰ শস্যৰ গুটিবোৰ খায়, আৰু মনুহে সিহঁতক শস্যবোৰৰ পৰা খেদি পঠিয়ায়। কোনো কোনো চৰায়ে সাপ জাতীয় বিষাক্ত প্ৰাণীবোৰ খায়। বহুত মানুহে চৰাই বিলাক ধৰি সিহঁতৰ মাংস বিলাক ৰান্ধি খায়। চৰাইৰ মাংস মানুহৰ কাৰণে সুস্বাদু। চৰাইৰ সৌন্দৰ্য্য মানুহৰ কাৰণে আকৰ্ষণীয়।

সাপ বিলাকৰ সৃষ্টি কিয় কৰা হৈছে বুজিব নোৱাৰি। কোনো কোনো সাপ বিষাক্ত,- খালে মানুহ মৰে। কোনো কোনো সাপ বিষাক্ত নহয়। পৃথিৱীৰ কিছুমান দেশত যেনে - চীন, জাপান, কোৰিয়া আদি অঞ্চলৰ মানুহে সাপ ধৰি ৰান্ধি খায়, হোটেলত বিক্ৰী কৰে। সাপ তেওঁলোকৰ কাৰণে প্ৰিয় খাদ্য। সাপৰ বিভিন্ন ৰং, মনোৰম। সাপুৰে সকলে সাপ ধৰি কিনা বেছা কৰি আৰু সাপৰ বিষ উলিয়াই বিক্ৰী কৰি, অৰ্থ উপাৰ্জন কৰে। সাপৰ বিষৰ হেনো ভাল ঔষধ তৈয়াৰ হয়।

মানুহে সাপক ভয় কৰে, আৰু সাপৰ পৰা আতৰত থকাৰ প্ৰচেষ্টা কৰে। এই সাপবোৰ পৃথিৱীৰ সকলো ঠাইতে আছে - কেৱল ব্যতিক্ৰম হৈছে হাৱাই দ্বীপ। সাপৰ কিয় জন্ম দিয়া হ'ল, তাৰ পৰা পৃথিৱীৰ কি উপকাৰ বা উন্নয়ণ হৈছে তাক আমি বুজি নাপাও। পৃথিৱীত সাপৰ জাত বহু বিধ বুলি কোৱা হয়।

সাপে ভেকুলী ধৰি খায়, আৰু ডাঙৰ সাপে সৰু সৰু সাপো ধৰি খায়। ভাৰতত সাপে খালে পুৰণি দিনৰে পৰা জৰা ফুকা কৰা মন্ত্ৰ আৰু ঔষধ আছে। সাপৰ বেজে সাপৰ কামোৰ খাই বিষ লগা বহু মানুহৰ জীৱন ৰক্ষা কৰা বুলি দাবী কৰা হয়। বৰ্ত্তমান সাপে খোৱাৰ বিৰুদ্ধে বিজ্ঞানী চিকিৎসা প্ৰচলন হৈছে।

ভেকুলী বিলাক বহু শ্ৰেণীৰ, বহু জাতৰ। ইহঁত পানীতো থাকে মাটিতো থাকে - ইহঁতৰ সৰু, বৰ আৰু মজলীয়া জাতৰ আছে। কোৱা হয় ভেকুলীয়ে মানুহৰ কৃষি ক্ষেত্ৰৰ উপকাৰ কৰে; মানুহে ভেকুলীক খাদ্য হিচাপে ব্যৱহাৰ কৰে।

আমাৰ দেশত এক প্ৰকাৰ হিন্দু মানুহ আছে যিয়ে সাপক দেৱতা হিচাপে পূজা কৰে, দান দক্ষিণা আদি অন্য পূজাৰ দৰেই গ্ৰহণ কৰে। সাপৰ পূজাৰ কাৰণে মনসা মন্দিৰ সজা হৈছে। সেই মন্দিৰ বিলাকত সাপৰ ছবি বা মূৰ্ত্তি ৰখা হয়।

পৃথিৱীত বহুত বিষাক্ত সাপ আছে। আমাৰ দেশত 'ফেটী' শ্ৰেণীৰ সাপ বিলাক ভয়ানক। ফেটী সাপে খালে মানুহ নেবাচে বুলি কথিত আছে। ধোৰা সাপৰ বিষ নাই বুলি কোৱা হয় যদিও ধোৰা সাপৰো বিষ আছে, কিন্তু বৰ চোকা বিষ নহয়। কান্ধসলা সাপ, মনকিৰা, মাল্লিবোৰ আদিয়ে সাধাৰণতে মানুহক নেকামোৰে বুলি কোৱা হয়। মানুহে সাপক সহজে বিশ্বাস নকৰে। সাপৰ কাহিনীৰে সৃষ্টি কৰা 'চান্দো সদাগৰৰ' কাহিনী আমাৰ অসমত জনপ্ৰিয়। এই কাহিনী মাৰৈ পূজাবিলাকত আকৰ্ষণীয় ভাবে বৰ্ণনা কৰা হয়।

সাপে পোক পৰুৱা জাতীয় জীৱ বিলাক ভক্ষণ কৰে; কিছুমান সাপে মাছ খায়, নিজে মাছ ধৰে, আন কিছুমান সাপে সৰু সৰু চৰাই বিলাক ভক্ষণ কৰে। চৰাইৰ কণী খাই নিশেষ কৰে। সাপৰ বিষৰ দ্বাৰা সৃষ্টি কৰা ঔষধ, মানুহৰ উপকাৰত আহে। চিকিৎসাত ব্যৱহাৰ কৰা হৈছে। আমাৰ দেশৰ কিছুমান ঠাইত সাপ পোহা কিছুমান অনুষ্ঠান গঢ়ি উঠিছে।

পোক পৰুৱা জীৱাণু, বীজাণু বিলাকৰ সৃষ্টি ৰহস্যপূৰ্ণ। মৌ, বৰল, জিএঁৱা(গাউনী) কুমাৰণী, গোবৰুৱা পোক, ভোমোৰা আৰু কিমান প্ৰকাৰৰ পোক আছে জনা নেজায়। এই পোক পৰুৱা বিলাকৰ ভিতৰত অকল পিপৰাৰ নামেই বহু ৰকমৰ। সৰু সৰু কলা পিপৰা, মৌ পিপৰা, ডাঙৰ পিপৰা, ডাঙৰ ক'লা বৰণৰ পিপৰা আদি কত ৰকমৰ বা কত শ্ৰেণীৰ পিপৰা আছে ভাবিব নোৱাৰি। পিপৰাবোৰ দেখাত নগণ্য যেন লাগে - কিন্তু সংখ্যাত হেজাৰ হেজাৰ অগণন সংখ্যক। ক্ষুদ্ৰ ক্ষুদ্ৰ সৰু সৰু পিপৰা মিলি বৃহৎ বৃহৎ পকীঘৰ ভাঙি পেলায়, বৃহৎ বৃহৎ পকী ঘৰ বিলাক সোলোকাই পেলায়। এই পিপৰাবোৰে দুখ পালে মানুহক কামোৰে। আত্মৰক্ষাৰ একমাত্ৰ উপায় হৈছে কামোৰা। বৰলে সিহঁতৰ বাহত 'টোপ' তৈয়াৰ কৰে, আৰু সেই টোপেৰে বৰশি বই মাছ ধৰিব পাৰি। মৌ মাখিয়ে, মৌ বাহ তৈয়াৰ কৰে, ফুলবোৰৰ পৰা বিচাৰি বিচাৰি মৌ সংগ্ৰহকৰে। এই মৌ বিলাক অত্যন্ত মিঠা আৰু ভিটামিণেৰে পূৰ্ণ। ঔষধৰ লগত এই মৌ, মানুহে ব্যৱহাৰ কৰে, মৌ দৰাচলতে দুস্প্ৰাপ্য বস্তু হিচাপে পৰিচিত। বৰল বা কুমাৰণীয়ে কামুৰিলে এই মৌ লগাই দিলে বিষ নাইকীয়া হয়। মৌ কেবা প্ৰকাৰৰ আছে, তাৰ ভিতৰত- বৰ মৌ, সৰু মৌ, খুদ মৌ উল্লেখযোগ্য। ভাৰতৰ স্বাধীনতা লাভৰ পিছত 'খাদী আৰু গ্ৰামোদ্যোগ' বিভাগে মৌ পোহা কাৰখানাৰ কাৰণে মানুহ বিলাকক আৰ্থিক সহায় কৰা কথা আমি জানো। ব্যৱসায়িক ক্ষেত্ৰত মৌয়ে উল্লেখযোগ্য স্থান দখল কৰিছে।

মৌ, বৰল, মহ, দাহ আদিৰ আত্মৰক্ষাৰ ভূমিকাৰ কাৰণে বিযাক্ত শুং বিলাক আছে, বৰল আৰু মৌ বিলাকে এই শুঙেৰে কামুৰিলে বিষায়। মহৰ শুংডাল মানুহৰ বা জন্তুৰ পৰা তেজ শুহি নিয়াত বা বেয়া তেজ মানুহৰ গাত সুমুৱাই দি বেমাৰৰ ব্যাপকতা বৃদ্ধি কৰাৰ সুযোগ আছে। দাহ আৰু মাখি বিলাকে মুখেৰে কামুৰিব পৰা যোগ্যতা আছে।

সতিনী পোক, গোৰুৱা পিপৰা ই বিলাকে মানুহক কামুৰি কষ্ট দিব পাৰে। গান্ধী পোক, মোৰা পোক, ফৰিং, ভূৰ পোক এই পোক বিলাকে কৃষি ক্ষেত্ৰৰ খেতি নষ্ট কৰিব পাৰে, তেনে খেতি নষ্ট কৰা পোক আৰু বহুত আছে। কাউৰ ওকণি, জইলা পোকে চাউলৰ ক্ষতি কৰিব পাৰে। মকৰা, বাঘ-মকৰা আদি কিছুমানে মানুহক কামুৰিব পাৰে, - এই মকৰা বোৰে নিজে জাল পাতি মহ, দাহ আদি অন্যান্য জীৱ সমূহ ভক্ষণ কৰে। কিছুমান প্ৰাণী যেনে গাউনী, কেৰেলুৱা, ভোমোৰা, কুমাৰণী আদি মানুহৰ ক্ষতিকাৰক বুলি ধৰিব নোৱাৰি। কাউৰওকণি, উৰহ, চিকৰা আদিয়ে মানুহ আৰু অন্যান্য জীৱক কামুৰি তেজ খাব পাৰে। জোকে মানুহ আৰু গৰু, ছাগলীৰ তেজ খায়- জোক কেবা শ্ৰেণীৰো আছে। জামিলে পোকে মানুহক কামুৰিব পাৰে- কামুৰিলে দুখ পায়। মাখি আৰু মহে বিভিন্ন বেমাৰৰ বিজানু বিয়পায়। মেলেৰীয়া বেমাৰ বিয়পাৰ মূল কৰ্ত্তা হ'ল মহ। কুমজেলেকুৱা কেবা প্ৰকাৰৰ,- ই কামুৰিলে মানুহৰ বেমাৰ হয় বুলি কথিত আছে। নাম নজনা বা চিনি নোপোৱা- অথচ সেউজীয়া, বগা, হালধীয়া এনে কিছুমান পোক আছে যিবিলাকে গছ-গছনিৰ পাত বা ডালত সোমাই ভিতৰৰ মজ্জা খাই পেলায়, ফলত গছ দাল মৰি যায়। মানুহৰ দেহত হোৱা কলেৰা, মেলেৰীয়া, সান্নিপাত জ্বৰ, যক্ষ্মা আদি ৰোগৰ বীজাণু বোৰ চকুৰে নেদেখি সিহঁতে মানুহক আক্ৰমণ কৰি মাৰি পেলায়। এনে চকুৰে নেদেখা বীজাণু কৌটি কৌটি বায়ুমণ্ডলত ভাহি ফুৰে।

উঁই পোকৰ জাত কেবাটাও। উঁই পোক বিলাকে মানুহৰ নতুনকৈ ৰোৱা গছ-গছনি বিলাক গুৰিতে খাই গছদাল মাৰি পেলায়, ঘৰৰ বাঁহৰ খুটা, কাঠৰ খুটা আদি খাই নষ্ট কৰে। জামিলে পোক হালধীয়া, ইহঁতে মানুহক কামুৰিলে কষ্ট পায়। কুমটি পোকে আলু, বেঙেনা আদিৰ খেতি নষ্ট কৰে। পইতাচোৰাই মানুহৰ কাগজ কাপোৰ কাটি নষ্ট কৰে। মৌ পিপৰা আৰু গৰুৱা পিপৰাই দুখ পালে মানুহক কামুৰি দিয়ে।

পোক পৰুৱাতকৈ অলপ ডাঙৰ, নিগনি, এন্দুৰ, ছিকা আদিয়ে মানুহৰ বাসস্থানৰ লগতে থাকে আৰু মূল্যবান কাগজ, কাপোৰ, কানীবোৰ কাটি নষ্ট কৰে। ইহঁতৰ পৰা ৰক্ষা পাবলৈ মানুহে ঘৰত মেকুৰী পোহে আৰু মেকুৰীয়ে ইহঁতক বিচাৰি বিচাৰি বধ কৰে। নিগনিৰ দৰে জেঠী বিলাকো মানুহৰ ঘৰতে থাকে- ইহঁতে সৰু সুৰা পোক বিলাক ধৰি খায়। কেৰেলাৰ গছত আৰু পটলৰ গছত এবিধ হালধীয়া আৰু এবিধ বগা, ৰঙা পোক উৰি উৰি আহি পৰে; আৰু গছবোৰৰ পাত আদি খাই মাৰি পেলায়। ভুৰ জাতীয় পোক বহুত,- এই পোক বিলাকে সৰু সুৰা গছ-গছনি বিলাক ধ্বংস কৰে।

আম, কঁঠাল, ডালিম, নাৰিকল, তামোল, কলগছ, কৰ্দ্দৈ গছ আৰু অন্যান্য ফল ধৰা গছ বোৰত বহু শ্ৰেণীৰ পোকে আক্ৰমণ কৰি ফলবোৰ নষ্টকৰি পেলায়। এই নাম নজনা পোক বিলাকৰ সংখ্যা বহুত। লাউ, বেঙেনা, জিকা, ভোল, উৰহী, তিয়ঁহ আদি লতা বিলাকতো কিছুমান শ্ৰেণীৰ পোক লাগে। কবি, মূলা, লাই, পালেং আদি শস্য বিলাকো পোকৰ আক্ৰমণৰ পৰা ৰক্ষা নপৰে। ক্ষতিকাৰক পোক বোৰে মানুহৰ খাদ্য শস্য, খাদ্য বস্তু নষ্ট কৰে, আৰু কিছুমানে মানুহ আৰু অন্যান্য জীৱৰ বেমাৰৰ সৃষ্টি কৰে। এই সৰু সৰু পোক বিলাকৰ জন্ম দিয়াৰ উদ্দেশ্য বা লক্ষ্য কি বুজা কঠিন।

কিছুমান পোক উৰি ফুৰে, কিছুমান পোকে খোজ কাঢ়ি গতি কৰে। দেখাত বহু ৰং বিৰঙৰ- দেখিবলৈ ভাল লাগে, আৰু ভাল বেয়া দুয়োটা শ্ৰেণীৰ প্ৰাণীয়েই বিদ্যমান। ক্ষুদ্ৰ ক্ষুদ্ৰ জীৱাণু কিমান জাতৰ, কিমান সংখ্যক, আৰু কেনেকুৱা কেনেকুৱা গঢ়ৰ বুজিবৰ উপায় নাই। এই জীৱাণু বিলাকে বোলে সমগ্ৰ পৃথিৱী জুৰি বিয়পি আছে।

বেমাৰৰ বীজাণুৰ সীমা সংখ্যা নোহোৱা। কিছুমান লোকে ভাবে যে পুৰণি বীজাণুৰ উপৰিও নতুন নতুন বীজাণু বিলাক জন্ম লাভ কৰি আছে, আৰু এই বীজাণু বিলাকে মানুহ আৰু অন্যান্য প্ৰাণী কিছুমানক আক্ৰমণ কৰি বেমাৰ কিছুমানৰ সৃষ্টি কৰে। পৃথিৱীত মানুহে নজনা আৰু চিকিৎসা বিজ্ঞানৰ বাহিৰৰ বহু বেমাৰে জন্ম পাইছে, আৰু এনে বেমাৰ বিলাক মানুহৰ কাৰণে অচিনাকি। সেইবোৰ বেমাৰৰ কাৰণে ঔষধ আৱিষ্কাৰ কৰাটো বৈজ্ঞানিক সকলৰ কাৰণে কঠিন সাঁথৰৰ দৰে হৈছে। এই অচিনাকি বেমাৰ বিলাকৰ নামত ডাঙৰ ডাঙৰ ঔষধ-কোম্পানী বিলাকে কিছুমান ঔষধ আৱিষ্কাৰ কৰিছে- আৰু সেই আৱিষ্কৃত ঔষধ অধিক উচ্চ দামত বিক্ৰী কৰি কৌটি কৌটি টকা উপাৰ্য্যন কৰি আছে।

কোৱা হয় বোলে, আমাৰ মানুহবোৰে অচিনাকি বীজাণু জীৱাণু বিলাক কিমান পোক পৰুৱাই ভক্ষণ কৰে। সৃষ্টি যেনেকৈ মানুহৰ অজ্ঞাত হৈ আছে, নিধন আৰু ধ্বংসও মানুহৰ অজ্ঞাতে হৈ আছে।

বিভিন্ন গছৰ ফুল, ফলৰ গছৰ পাতৰ লগত মিলা একে ৰঙৰ পাতখোৱা পোক বহুত সংখ্যক দেখা যায়। কিছুমান পোক ধুনীয়া, সেউজীয়া, কিছুমান ক'লা, কিছুমান ৰঙা, কিছুমান হালধীয়া, কিছুমান মুগা, কিছুমান কেবাটাও ৰঙেৰে অকা ছবিৰ দৰে ধুনীয়া। এই পোকবোৰে গছ বিলাকৰ পাতৰ তলত লুকুৱাই থাকি পাতবোৰ খাই খাই গছ ডালৰ ক্ষতি সাধন কৰে। গছৰ ক্ষতি সাধন কৰা এই পাত খোৱা পোকবোৰ প্ৰকৃতিয়ে ৰং বিৰংকৈ, মনোৰম আৰু ধুনীয়াকৈ সাজি, কাছি সৃষ্টি কৰিছে।

প্ৰকৃতিৰ সৃষ্টি ৰহস্য মানুহে বুজি পোৱা টান। লক্ষ লক্ষ প্ৰকাৰৰ জীৱ সৃষ্টি কৰা হৈছে, আৰু সেই জীৱ বিলাকৰ বিৰোধী বেমাৰৰ বীজাণু, জীৱাণু সীমাহীন সংখ্যাৰ ৰূপত সৃষ্টি কৰিছে। সৃষ্টিৰ এই ৰহস্য মানুহে ভেদ কৰিব নোৱাৰে।

প্ৰতিটো প্ৰাণীৰ বিৰোধী প্ৰাণী, বিৰোধী শত্ৰু ভাবাপন্ন আৰু সমৰ্থক মিত্ৰ ভাবাপন্ন বীজাণু জীৱাণু বিলাকৰ লগে লগেই জন্ম দিছে, নাইবা বিভিন্ন সময়ত জন্ম দি আছে। মানুহে প্ৰকৃতিত মিলন আৰু প্ৰেমৰ উদাহৰণ বিলাক দেখে আৰু লগতে দেখে পৰস্পৰ বিৰোধী শত্ৰু ভাবাপন্ন শক্তি সমূহ। পোক, পৰুৱা, জীৱ, জন্তু, গছ, লতা সকলোৰে ক্ষেত্ৰত এই দৃষ্টান্ত পৰিদৃশ্যমান। আধুনিক দাৰ্শনিক সকলে সেই কাৰণেই কৈছে যে জগতখন বিৰোধী শক্তিৰ সমন্বয় ক্ষেত্ৰ; য'ত ধ্বংস, মৃত্যু, অৱক্ষয় আৰু জীৱন একেলগে চলি আছে। সৃষ্টিৰ এই বিশাল বৈশিষ্ট্যই ভাৰতৰ চিন্তাশীল, কবি, সাহিত্যিক, দাৰ্শনিক আৰু বৈজ্ঞানিক সকলৰ মাজতো বিভিন্ন চিন্তাধাৰাবোৰ সৃষ্টি কৰিছিল।

পৃথিৱীয়ে কৰা সৃষ্টিৰ বিষয়ে মানুহে নেজানে। কি উদ্দেশ্যেৰে এই জীৱ, জন্তু, পোক, পৰুৱা সৃষ্টি কৰা হৈছে পৃথিৱীয়ে মানুহক নজনায়। পৃথিৱীৰ এই অজানিত কাণ্ড কাৰখানাই মানুহ জাতিক চমকিত কৰিছে আৰু যথেষ্ট পৰিমাণে বিবুদ্ধিত পেলাইছে। আমাৰ কাৰণে এই অবিনাশী কাৰ্য্যবোৰ পৃথিৱীয়ে উদ্ভাৱন কৰিছে। সেইফালৰ পৰা পৃথিৱী আমাৰ একেবাৰে অচিনাকি।

## গছ লতাৰ জন্ম ঃ

গছ লতাৰ বিষয়ে ইয়াৰ আগত কিছু কথা আলোচনা কৰা হৈছে। গছ লতা নথকা ঠাই খোলা মাটি ভাগ কতো নাই। মুকলি অঞ্চলত, পাহাৰত, নদীৰ পাৰত, নদীৰ বুকুত আৰু সাগৰৰ বুকুতো ধুনীয়া ধুনীয়া গছ-গছনি জন্ম হৈছে। সাগৰৰ তলিত থকা গছ-গছনি বিলাক বহু বছৰ ব্যাপি জীয়াই আছে, কিমান বছৰ আগতে সিঁহতে জন্ম লাভ কৰিছে - সেই বিষয়ে সম্ভৱতঃ বৈজ্ঞানিক সকলে, নহ'লে উদ্ভিদ বিজ্ঞানী সকলে কব পাৰিব। সাগৰৰ পানীৰ তলত ভ্ৰমণ কৰি থকা অনুসন্ধিৎসু বৈজ্ঞানিক সকল আৰু উদ্ভিদ বিজ্ঞানী সকলে টেলিভিছনৰ যোগেদি প্ৰচাৰ কৰা সাগৰৰ তলিৰ দৃশ্য মনোগ্ৰাহী, আৰু হৃদয়গ্ৰাহী। হেজাৰ হেজাৰ প্ৰকাৰৰ গছ গছনি, জীৱন্ত প্ৰাণী, পাহাৰ, পৰ্বত, মাছ, সাপ আদি জন্তু বিলাক সাগৰৰ পানীত থকা দেখা যায়।

কিছুমান গছ, লতা, যেন দেখা এই গছনি বিলাক গছনি নহয়, ই বিলাকো প্ৰাণবন্ত জীৱ। সাগৰৰ তলৰ গছ গছনি বিলাক, মাছ, কাছ, সাপ আৰু সাগৰত বাস কৰা চৰাই জাতীয় জীৱ বিলাকে ভক্ষণ কৰা দেখা যায়। গছৰ মাজে মাজে খেলি থকা মাছ বিলাক ডাঙৰ মাছ, আৰু বিভিন্ন শ্ৰেণীৰ সাগৰীয় জন্তুৱে ভক্ষণ কৰা দেখা যায়। সাগৰৰ কিছুমান গছ লতাত ধুনীয়া ধুনীয়া ফুল ফুলি আছে সাগৰৰ পানীৰ তলৰ পানীত ইমানবোৰ গছত ফুল ফুলি থকাটো আচৰিত ধৰণৰ কথা যেন লাগে- কিন্তু এই আচৰিত ধৰণৰ ঘটনা হৈ আছে।

সাগৰৰ প্ৰকাণ্ড প্ৰকাণ্ড তিমি আৰু প্ৰকাণ্ড প্ৰকাণ্ড মাছবোৰ এই বননি বিলাকৰ মাজে মাজে ঘূৰি ফুৰা দেখা যায়। প্ৰকাণ্ড প্ৰকাণ্ড চেহেৰাৰ হীলধীয়া, ৰঙা, বগা, সেউজীয়া ৰঙৰ সাপ বিলাকো এই গছ গছনি বিলাকৰ মাজেৰে ঘূৰি ফুৰা দেখা যায়। সৰু সৰু জাতৰ লক্ষ লক্ষ মাছৰ প্ৰকাণ্ড প্ৰকাণ্ড জাকবোৰ এই গছ গছনি বিলাকৰ মাজে মাজে খেলা খেলি থকা দেখা যায়। সাগৰৰ কোনো কোনো অংশত পাহাৰ দেখা যায়, আৰু সেই পাহাৰ বিলাক গছ-গছনি লতাৰে আবৃত। সীমাহীন নেদেখা, নজনা, নাম নথকা প্ৰাণীবোৰ সাগৰত ভ্ৰমণ কৰি থকা দেখা যায়।

মাটি ভাগৰ ওপৰৰ গছ লতা বিলাকৰ বেছি ভাগ মানুহৰ ব্যৱহাৰত আছে,- কিয়দংশৰ ব্যৱহাৰৰ বিষয়ে মানুহৰ জ্ঞানে ঢুকি নেপায়। গছ, লতা, বন,

বননিৰ জীৱনৰ লগত মানুহৰ জীৱন নেৰানেপেৰাভাবে জড়িত। আদিম মানুহ বিলাকে এই গছ লতা বিলাকৰ আশ্ৰয়তে এসময়ত জীৱন নিৰ্বাহ কৰিছিল- গছৰ খোৰোঙত মানুহে বাস কৰাৰ ইতিহাস পোৱা যায়। এই গছ লতা বিলাকৰ ফল মূল ভক্ষণ কৰি খেতি কৰিব নজনা মানুহে জীৱন ধাৰণ কৰিব লাগিছিল। নজনা বিহফল ভক্ষণ কৰি মানুহে জীৱন পৰ্য্যন্ত বিসৰ্জন দিব লাগিছিল। এই জংঘলতেই বাঘ, সিংহ, ভালুকে আৰু সাপে মানুহৰ জীৱন নাশ কৰিছিল। ঔষধ আদি নোহোৱা যুগত এই গছ লতাৰ দাল ভক্ষণ কৰি মানুহে বেমাৰৰ পৰা ৰক্ষা পৰিব লাগিছিল। গছ লতাক আশ্ৰয়দাতা আৰু ৰক্ষাকৰ্ত্তা দেৱতা হিচাপে মানুহে এটা সময়ত পূজা কৰিছিল- আজিও ঠায়ে ঠায়ে গছ পূজাৰ নিয়ম চলি আছে।

গছ লতাক খাদ্যপ্ৰাণ আৰু ঔষধ হিচাপে ব্যৱহাৰ কৰিবলৈ মানুহে শিকে। এতিয়াও তেনে শিক্ষা হ'বলৈ বহুলাংশে বাকী আছে। মানুহে খেতি নকৰি চলিব লগা হোৱা কালত এই গছ লতাৰ ফল মূল খাই জীৱন ধাৰণ কৰিছিল। খেতিৰ প্ৰচলন হয় মানুহ সমাজ গঠন হোৱাৰ হেজাৰ বছৰ পিছত।

গছ লতা বিলাক অসংখ্য চৰাইৰ আশ্ৰয় স্থান, সিহঁতে বাহ সাজে আৰু নিৰাপদ ধাৰণা কৰি বসবাস কৰে। মানুহে এই চৰাই বিলাক ধৰি নি পোহে, নাইবা খাদ্য হিচাপে ব্যৱহাৰ কৰে। তেনেদৰে বননিৰ জন্তু বিলাকো মানুহে বধ কৰে মূলতঃ খাদ্য হিচাপে ব্যৱহাৰ কৰে। বন, জংঘল, লতা মানুহৰ খাদ্য যোগানৰ কেন্দ্ৰস্থল আছিল - আজি কিন্তু সেই ধাৰণা প্ৰায় পৰিৱৰ্ত্তন হৈছে আৰু মানুহে ঘৰতে সেই শ্ৰেণীৰ পশু পোহা মেলা কৰে।

মনত ৰখা উচিত যে প্ৰকাণ্ড প্ৰকাণ্ড গছ, লতা, উদ্ভিদ, বননি আছে কাৰণেই মানুহ জীয়াই আছে। মানুহ জীয়াই থাকিবলৈ জীৱন ধাৰণকাৰী অম্ল গেছ পাবলৈ ঘৰৰ ওচৰতে গছ, গছনি লতাৰ প্ৰয়োজন।

সৰু সৰু অসংখ্য গছ লতাৰ নাম আমি নেজানো, সিবিলাক কি কি কামত লাগে, সিহঁতে কি কি প্ৰয়োজন পূৰাব পাৰে, তাকো আমি নেজানো। সীমাবদ্ধ সংখ্যক গছ লতাৰ ব্যৱহাৰ কৰি মানুহে এতিয়ালৈকে যিবোৰ উপকাৰ পাইছে সেই বিলাক লিপিবদ্ধ কৈ ৰখা হৈছে - তাৰ পৰাই দুই চাৰিটা উল্লেখ কৰিব পাৰি।

এনেদৰে প্ৰকাশ কৰিছে মাননীয় গঙ্গাৰাম দাস তহবিলদাৰৰ 'বৈদ্য অমৰত' আৰু মাননীয় গুণাৰাম খনিকৰৰ 'সহজলভ্য বন দৰবৰ গুণ' নামৰ

কিতাপ দুখনত। এই দুয়োখন কিতাপৰ পৰাই ঔষধি গছৰ বিষয়ে দুষাৰ লিখিলো। ঔষধি গছৰ চিনাক্তকৰণ মানুহৰ ব্যক্তি জীৱনৰ কাৰণে আৰু সামাজিক প্ৰয়োজনৰ কাৰণে নিতান্তই প্ৰয়োজনীয়। উল্লেখিত গছ লতা বিলাকৰ কাৰো কাৰো পাত, গা-গছ, ফল, ফুল, ছাল, শিপা আদিৰ ব্যৱহাৰ মানুহে কৰিব পাৰে, আৰু ফল লাভ কৰিব পাৰে বুলি ধাৰণা কৰা হয়। কোন কোন বেমাৰত কোন কোন গছ লতাৰ কি কি অংশ প্ৰয়োজন, তাৰ বিষয়ে বিতংকৈ উল্লেখ কৰা আছে।

## ঔষধি গছ-লতা, পাত, ফুল শিপা আৰু ঠাৰি

মহানিমুৰ পাত, বিলাহী টেঙাৰ ৰস, গাজৰ, নহৰু, অৰহৰ দালি, হালধী, সৰিয়হ তেল, চিৰতা তিতা, জালুক, আমলখি, কেচা হালধী, খুদ জ্বলা, বকুলৰ পাত, হেলছি শাক, চালকোমোৰা, পকা আমৰাৰ ৰস, বগা কেহৰাজি, তেজপাত, ৰঙা চন্দন, তাৰ উপৰিও বিশল্যকৰণী, চতিয়ান গছৰ ছাল, বগা বাহকা গছৰ পাতৰ উপকাৰীতাৰ কথা উল্লেখ কৰা হৈছে।

কোৱা হৈছে যে টেঙেছী টেঙা, এৰা গছৰ পাত, ধতুৰা গছৰ পাত, পছতিয়াৰ শিপা, কুন্দুলি, চালকুৰৰী, ডালিমৰ চাল, আঙুৰ, নেমুৰ ৰস, সুমথিৰা টেঙা, ক'লা তুলসী, বাদাম, কুঁহিয়াৰৰ ৰস, সিজুপাত, দোৰোণৰ ৰস, বগা অপৰাজিতা, কোমোৰাৰ গুটি, কৰ্ণমূল, তৰুৱা কদম, ধতুৰাৰ ফুল, শতমূলৰ পাত, ৰঙা জবা, বগা লাটুমল, হিং গছ, কৰ্দ্দৈ টেঙা, মাটি কঁঠালৰ কুমলিয়া পাত, মৰিছাৰ গুটি বা কলি, বকুল গছৰ ফুল বা বকুলৰ গুটি, সৰু পিয়াজ, আহঁত গছৰ ছাল, তৰুৱা কদম, কলমৌ, জেতুকা, ভীমকলৰ পছলা, চিকোণী, ৱীলা চজিনাৰ শিপা, হাড়জোৰাৰ ৰস, অনন্য মূল, কৰবী ফুল, লাইজাবৰী, বান্দৰ কেকোৱাৰ শিপা, অশ্বগন্ধা, পাতেগজাৰ পাত, নাৰ্জী ফুল, তাল গছৰ শিপা, ত্ৰিফলা, চালগোম, মদাৰ গছৰ শিপা, বগা অপৰাজিতা ফুল, খুটৰা শাক, টুবুৰী শাক, সিকু।

পাণৰ ৰস, সোলোঙ টেঙা, বনসৎৰ শিপা, পিপলি, পুৰৈ শাক(পুই), অপতীয়া ডালিম, তিয়ঁহৰ পাত, মাকৰি ঘিলা, আগিয়াচিত্ৰা, দুদখুৰা, নাহৰ ফুল, দালচেনী, জংগলী হৰিতকী, কুকুৰসূতাৰ পাত, উৰহী গছৰ পাত, তেতেলী টেঙা, মছম্বৰ তিতা, কৰছৰ চাল, যষ্টিমুল, জাবৰাং, বনজিৰা, বগা চন্দন, পদুম

ফুলৰ মূল, ভুই কোমোৰা, ভোটোৰাৰ এঠা, তিতা ভোলৰ গুটি, ভাতকেৰেলাৰ আলু, তিতা ভদৰীৰ শিপা।

উৰৈকাঠ, বনশট, টুবুকী লতা, হিং, আগীয়াচিতা, মানকচুৰ আলু, বৰিয়াল, সিৰীষ ফুলৰ ৰস, ৰঙা আগীয়াচিতা, মালভোগ কল, বেজচকু, বৰিয়ালৰ শিপা, তিতা ভেকুৰীৰ শিপা, কৰছৰ শুকাণ পাত, নৰসিংহ, বট গছৰ পাত, বিহলঙনীৰ পাত, হাছুটি, বাঁহৰ পাত, চোম গছৰ পাত, তংতলিৰ শিপা, লেটাগুটি, টেঙাকেটুৰি, কাজলগুৰি, বিয়নি সাবটা, দেওগাছি, তৰ্জুলতা, বাকৰি গছ, মানকচুৰ ঠাৰি, আছুকাঠ, গাঠিয়ান, নীলকণ্ঠ, আগিয়াচিতা, ৰঘুমলা, কেটুৰী, লাঠিয়া, জয়ন্তীৰ পাত, যবধানৰ গুটি, জিকাৰ গুটি, আমৰ পাত, জামুৰ পাত, তেজবুৰিকঠ, কদম কাঠ, কঠকী তিতা, চিতা মূল, ধূনা লতা, ভেদৈ লতা, কোৱাভাটুৰী, গন্ধচানা, বৰআমৰা, সোলংটেঙা, সৰ্পজিভা, হাইঠাৰ গুটি, কৰবিৰৰ শিপা, ইশৰ মূল, সৌৰাৰ ছাল, পানী পোতনী, উলু, শিমলু গছৰ শিপা, কুকুৰশিপাৰ মূৰা, বট, হেলছী শাকৰ ৰস, কনক ধতুৰা, বিহঢেকীয়াৰ পাত, কাঠাগুৰিৰ ছাল, তেজমুইৰ ছাল ইত্যাদি।

ঔষধি গছৰ শিপা আৰু দীঘলীয়া হৈ ওলাব; বহুত গছৰ নাম দিব পৰা নাই। এই ঔষধি গছবোৰে মানুহৰ বেমাৰ নিৰাময় কৰে বুলি মানুহে বিশ্বাস কৰে; আৰু বাস্তৱ ক্ষেত্ৰত এই বিলাকে মানুহৰ উপকাৰ কৰাও দেখা যায়। প্ৰকৃতিয়ে জন্ম দিয়া ঔষধি গছ-গছনি বিলাকৰ জন্ম এই পৃথিৱীৰ বুকুতেই হৈছে। পৃথিৱীৰ জীৱাণু, বীজাণুৱে আক্ৰমণ কৰি মানুহক বেমাৰী কৰে; আৰু প্ৰতিকুল শক্তি হিচাপে ঔষধি গছ বিলাকৰ বিভিন্ন অংশ ব্যৱহাৰ কৰি মানুহে বেমাৰৰ পৰা মুক্ত হোৱা দেখা যায়। ই এক বিচিত্ৰ কাহিনী। এই বিচিত্ৰতা পৃথিৱীয়ে সৃষ্টি কৰা বুলি মানুহৰ ধাৰণা।

হয়তো বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ বিকাশৰ ফল হিচাপে বাকী থকা গছ লতা বিলাকৰ জ্ঞান মানুহৰ হ'ব, আৰু মানুহে সেই বিলাক প্ৰয়োগ কৰি বেছি সুফল পাব। প্ৰশ্ন উঠে এই বিশাল পৃথিৱীখনৰ সীমা সংখ্যাহীন, গছ গছনি বিলাকৰ বিষয়ে মানুহৰ অনুসন্ধিৎসু মনে কিমান দূৰ সফল হ'ব পাৰিব? পৃথিৱীৰ ইমানবোৰ সৃষ্টিৰ উপৰিও নিত্যনতুন সৃষ্টিয়ে ন, ন গছ-লতাৰ জন্ম দিব পাৰে নেকি বুলি ধৰিব পাৰি? মানুহৰ সীমাবদ্ধ জ্ঞানে পৃথিৱীৰ সীমাহীন অনন্ত সৃষ্টিৰ বিষয়ে জানিব পাৰিবনে?

মানুহে আজিৰ সৃষ্টিৰ কথা হয়তো ভাবিছে, - হয়তো কাইলৈ হ'ব পৰা ন, ন সৃষ্টিৰ কথা ভবা নাই, বা কল্পনা কৰা নাই। মানুহৰ মৌলিক চিন্তাধাৰাতেই দেখা যায় বিভ্ৰান্তি বিদ্যমান। গতিকে বৃহত্তৰ ভৱিষ্যতকে ধৰি মানুহৰ মনত আজি সেইবোৰ হয়তো উদয় হোৱা নাই।

মানুহৰ প্ৰচেষ্টা নিশ্চয় অব্যাহত থাকিব, সভ্যতাৰ উন্নয়ন আৰু বিকাশৰ কাৰণে এনে প্ৰচেষ্টা নিতান্তই প্ৰয়োজনীয়। এই প্ৰয়োজনীয়তা বৃদ্ধি হক, বাঢ়ি থাকক, আমি তাকেই কামনা কৰো।

## অন্তহীন সমৃদ্ধি

পৃথিৱীৰ সমৃদ্ধি সীমাহীন - অন্তহীন। পৃথিৱীত কি নাই। পৃথিৱীত নোহোৱা নোপোজা বস্তুৰ কথা মানুহে ভাবিব নোৱাৰে। মানুহে যি ভাবে, যি কল্পনা কৰে, যি চিন্তা কৰে - সি পৃথিৱী আৰু বিশ্ব ব্ৰহ্মাণ্ডৰ অৱস্থিতিৰ ওপৰত সীমাবদ্ধ। নথকা বস্তু মানুহে ভাবিব নোৱাৰে। জাপান, ইংলেণ্ড বা জাৰ্মান আমি দেখা নাই, যদিও তাৰ কাহিনী আৰু গল্পবোৰ আমি শুনিছো, মানচিত্ৰত দেখিছো,- গতিকে সেই সম্বন্ধীয় ধাৰণা বিলাক আমাৰ মানস পটত সৃষ্টি হৈছে, আৰু তাৰ পৰাই ধাৰণা কৰিব পাৰি বা চিন্তা কৰিব পৰা হৈছে। বাস্তৱত যিবিলাক বস্তু আছে, যিবিলাকৰ অৱস্থিতি আছে, সেই বিলাক বস্তুৰ বাহিৰে চিন্তা কৰা সম্ভৱ নহয়।

পৃথিৱীৰ সম্পদ আৰু সমৃদ্ধিৰ ব্যাখ্যা কৰা টান। কি নাই পৃথিৱীত সেই কথা আমি ভাবিব নোৱাৰো। মানুহ, জীৱ-জন্তু, পশু-পক্ষী, গছ-গছনি, জীৱাণু, বীজাণু, কীতাণু এই সকলো জীয়াই আছে। এই সকলোবোৰ সৃষ্টি হোৱা, জন্ম পোৱাৰ, জন্মৰ পিছত ডাঙৰ হোৱাৰ সকলো সম্ভাৰ পৃথিৱীয়ে যোগান ধৰে। পৃথিৱীৰ লগত জগতৰ আৰু বিশ্ব ব্ৰহ্মাণ্ডৰ শক্তি হয়তো পৰোক্ষ বা প্ৰত্যক্ষভাবে জড়িত হৈ আছে।

এটা জীৱৰ কাৰণে, প্ৰয়োজনীয় তাৰ খাদ্য সামগ্ৰী জন্মৰ দিনৰ পৰা প্ৰয়োজন। এই প্ৰয়োজন পূৰণ নহ'লে সেই জীৱটো জীয়াই থাকিব নোৱাৰে, বা ডাঙৰ হ'ব নোৱাৰে। সমস্ত জীৱন্ত প্ৰাণীৰেই খাদ্য সামগ্ৰী পৃথিৱীত মজুত হৈ আছে, পৃথিৱীখন খাদ্যৰ অফুৰন্ত ভাণ্ডাৰ। খাদ্য বোলোতে একশ্ৰেণীৰ জীৱৰ কথাও ভাবিব নোৱাৰি; তাৰ বিৰোধী জীৱৰ বিৰোধী খাদ্যৰ কথা কোৱা হয়।

## পৃথিৱীত খাদ্যৰ অভাৱ নাই

প্ৰাণী বিলাকৰ খাদ্যাভ্যাস বা খাদ্যৰ প্ৰয়োজনীয়তা একে ধৰণৰ নহয়। এটা শ্ৰেণীৰ জীৱৰ কাৰণে যি খাদ্য বিবেচনা কৰা হয় বা প্ৰয়োজন বুলি ধৰা হয়, অন্য এচাম জীৱৰ কাৰণে সেই খাদ্য, খাদ্য বুলি বিবেচিত নহয়, বা নহ'বও পাৰে।

অতীতৰ মানুহক মূলতঃ ফলাহাৰী বুলি ধৰা হয়। কোনো কোনো গছৰ ফল মানুহে ভক্ষণ কৰি জীৱন নিৰ্বাহ কৰাটো হয়তো সত্য হ'ব পাৰে। কিন্তু ধানৰ খেতি, গমৰ খেতি, আলু, বেঙেনা, কবি, মূলা, শাক পাচলিৰ কৃষি কৰ্ম কৰা মানুহে কৃষি কৰ্মজ দ্ৰব্যসমূহ খাদ্যৰ আগশাৰীত ধৰি লয়। এই আগশাৰীত ধাৰ্য্য হোৱা শস্য বিলাকৰ পিছত গছ-গছনি, লতাত সৃষ্টি হোৱা কোনো কোনো শ্ৰেণীৰ ফল ফকাৰ ব্যৱহাৰ কৰে; আৰু হয়তো মাছ, মাংস বা কণী ভক্ষণ কৰে।

মানুহ আৰু মানুহ বাস কৰা প্ৰতিটো অঞ্চলৰ বা প্ৰতিখন দেশৰ মানুহে একে খাদ্য নেখায়। ব্যক্তি মানুহৰ ৰুচিৰ মাজত বিভিন্নতা বিদ্যমান।

খাদ্য হিচাপে কোনোবা মানুহে ধান, কোনোবাই গম, যব, কোনোবাই মুগৰ দাইল, কোনোবাই মচুৰ দাইল, কোনোবাই অৰহৰ দাইল, কোনোবাই বুটৰ দাইল, কোনোবাই মাহ কলাৰ দাইল পচন্দ কৰে। মাংসৰ খাদ্য নিৰ্বাচনত কোনোবাই মুৰ্গীৰ মাংস, ছাগলীৰ মাংস, গৰুৰ মাংস, গাহৰিৰ মাংস, কুকুৰৰ মাংস আৰু বিভিন্ন শ্ৰেণীৰ জন্তু আৰু চৰাই চিৰিকতিৰ মাংসৰ আগভাগ দিয়ে। কোনোবাই তেল খায়, অন্য কোনোবাই ঘি খায়, কোনোবাই বিভিন্ন সুস্বাদু বিভিন্ন মছলা আদি খায়, অন্য এদলে সেইবোৰ নেখায়, গাখীৰ, দৈ পচন্দ কৰে। মাছৰ ভিতৰতো সকলোৱে একে মাছ ভক্ষণ নকৰে, তাৰ ভিতৰতো নিৰ্বাচনৰ পাৰ্থক্য আছে। সাপ, ভেকুলী, বান্দৰ, বাঘ, ভালুক, হাতী, সিংহ আদিৰ মাংসবোৰ খোৱাৰ ক্ষেত্ৰতো কোনো কোনো মানুহৰ চিন্তাধাৰাৰ পাৰ্থক্য আছে।

পৃথিৱীৰ বিভিন্ন অংশত বিভিন্ন খাদ্য নিৰ্বাচন কৰা প্ৰায় ৬০০ কৌটিৰো অধিক সংখ্যক মানুহ আছে। এই বৃহৎ শ্ৰেণীৰ মানুহে সকলো শ্ৰেণীৰ খাদ্যৰ যোগান পায় পৃথিৱীতেই। মানুহৰ খাদ্য যোগানৰ ক্ষেত্ৰত মানুহক জীয়াই থকাৰ অৱলম্বন প্ৰদানৰ ক্ষেত্ৰত পৃথিৱীৰ দান অতুলনীয়।

মানুহৰ দৰে পৃথিৱীৰ বিভিন্ন অংশত জীৱন লাভ কৰা, জীয়াই থকা

সকলৰ বিভিন্ন শ্ৰেণীৰ খাদ্যৰ প্ৰয়োজন। এনে কৌটি কৌটি জীৱৰ খাদ্য পৃথিৱীয়েই যোগান ধৰি আছে। কিছুমান জন্তুয়ে জন্তুৰ মাংস খায়, সেই জন্তুৰ কাৰণে খাদ্য সম্বন্ধীয় জন্তু যোগান পোৱাটোও দৰ্কাৰ। বাঘ, সিংহ, ভালুকে মাংস খায়, মাংসজ জন্তু নাপালে সিহঁতে বিচাৰি ফুৰে আৰু সময়ত বিচাৰি নোপোৱা কাৰণত বেছি উগ্ৰ আৰু উদণ্ড হৈ পৰা দেখা যায়। প্ৰয়োজন বশতঃ এই উদণ্ড প্ৰাণীবোৰে মানুহৰ বাসস্থানৰ ঘৰ ভাঙিও সিহঁতৰ প্ৰিয় খাদ্য ছাগলী, গৰু, পাৰ, হাঁহ, গাহৰি আৰু মানুহকো ভক্ষণ কৰা দেখা যায়।

কিছুমান চৰায়ে চৰাইৰ মাংস খায়; চৰাইৰ বাহিৰেও কিছুমানে বেলেগ বেলেগ মৃত আৰু জীৱিত প্ৰাণীৰ মাংস খায়। শগুণ, বাজ, শিয়াল এই বিলাকে মৰা গৰু, ছাগলী বা অন্য মৃত জন্তুৰ মাংস ভক্ষণ কৰে। শগুণে নিজে চিকাৰ নকৰে, মৰা জন্তুৰ মাংস ভক্ষণ কৰে। কোনোবা নহয় কোনোবা জন্তু মৰা পৰে, আৰু চৰাই বিলাকে ওপৰৰ পৰা দেখা পায় কাৰণে মৃত জন্তু সহজে চিনিব পাৰে। সিহঁতে প্ৰায়ে মৰা জন্তুৰ মাংস খায়।

প্ৰকৃতিৰ সৃষ্টিত কোনো নহয় কোনো ৰকমৰ খাদ্যৰ অভাৱ নাই। বিচাৰি লব জানিলে পৃথিৱীৰ প্ৰাণী সকলে পৃথিৱীতেই নিজৰ খাদ্য সংগ্ৰহ কৰিব পাৰে, আৰু কৰি আছে।

বৰ্ত্তমান কালত এটা বিশেষ পৰিস্থিতিৰ সৃষ্টি হৈছে। সেই পৰিস্থিতিৰ সৃষ্টি হৈছে তথাকথিত আধুনিক সভ্যতাৰ কাৰণত। এই আধুনিক সভ্যতাৰ ফলশ্ৰুতি হিচাপে মানুহে খাদ্যাভ্যাস পৰিৱৰ্ত্তন কৰিছে, কোনো কোনো বিধ খাদ্য মানুহে খাব এৰিছে, পৃথিৱীত থকা খাদ্য সংগ্ৰহতো নিজে বিধিপঠালি দিছে। পৃথিৱীত খাদ্যবস্তু থকা স্বত্বেও কোনো কোনো মানুহ লঘোনে বা আধাপেটে বা উপবাসে থাকিবলগীয়া হৈছে।

দ্বিতীয় কথা হৈছে পুঁজিবাদী সমাজ ব্যৱস্থা প্ৰচলন হোৱা হেতুকে উৎপাদিত শস্যৰ গোটেই অংশ ব্যৱসায়িক লাভৰ কাৰণে, ব্যৱসায়ী আৰু পুঁজিপতিয়ে আছুটিয়াকৈ গুদামত ভৰ্ত্তি কৰি ৰাখে, আৰু প্ৰয়োজন হোৱা স্বত্বেও ভোকাতুৰ মানুহৰ মাজত বিতৰণ নকৰে।

দৰাচলতে পৃথিৱীত খাদ্যৰ অভাৱ নাই, হোৱা নাই, আৰু নহয়।

কোৱা হয় যে বৰ্ত্তমানৰ তথাকথিত সভ্যযুগৰ আগৰ মানুহ বৰ্বৰ আৰু আদিম অৱস্থাত আছিল- তেতিয়া প্ৰচুৰ পৰিমানৰ খাদ্য পৃথিৱীত পোৱা হৈছিল।

সভ্যতা বিকাশৰ লগে লগে মানুহে ৰান্ধিব শিকে, খেতি কৰিব শিকে, জুইৰ ব্যৱহাৰ শিকে। পুৰণি খাদ্য বাদ দি মানুহে নতুন নতুন খাদ্য উৎপাদন কৰি খোৱাৰ ব্যৱস্থা কৰে। ধান, চাউল সৃষ্টি হোৱাৰ পিছত পিঠা, গুৰা, বিভিন্ন জাতীয় মিঠাই তৈয়াৰ কৰি মানুহে খোৱাৰ ব্যৱস্থা কৰে। গম, যবৰ পৰা হৰেক প্ৰকাৰৰ মিঠাই তৈয়াৰ কৰে। কুঁহিয়াৰৰ পৰা হৰেক প্ৰকাৰৰ গুৰ, চেনি আৰু মিঠাই তৈয়াৰ কৰি খায়। এইদৰে খাদ্য শস্য আৰু খাদ্য জাতীয় ফল ফকৰৰ পৰা হৰেক প্ৰকাৰৰ খাদ্য তৈয়াৰ কৰি মানুহে সেই খাদ্য বিলাককেই প্ৰকৃত আৰু মূল খাদ্য বস্তু হিচাপে ব্যৱহাৰ কৰে; আৰু এই নতুনকৈ তৈয়াৰ কৰা খাদ্যৰ অভাৱ হ'লেই মানুহে খাদ্যাভাৱ হোৱা বুলি কয়। দৰাচলতে এই খাদ্যৰ দ্বাৰা পৃথিৱীৰ খাদ্য সম্ভাৰ কম বুলি ভাবিব নোৱাৰি। মানুহে প্ৰকৃতিৰ খাদ্য সম্ভাৰৰ পৰা নতুনকৈ তৈয়াৰ কৰা খাদ্য নেথাকিব পাৰে, বা থাকিব পাৰে- তাৰ দ্বাৰা পৃথিৱীৰ বুকুৰ খাদ্যাভাৱ বুলি গণ্য কৰা উচিত নহয়।

পৃথিৱীত, সাগৰৰ মাছ, কাছ, ভেকুলী, গছ, আৰু ফল জাতীয় শস্য অব্যৱহৃত হৈ আছে। পৃথিৱীৰ ওপৰত প্ৰকৃতিৰ বিশাল গছ, লতা, ফল, মূল, জন্তু, জানোৱাৰ আদিও পৃথিৱীব্যাপী আছে। জংঘলৰ গছ-গছনি কিছু ধ্বংস কৰা হ'লেও মানুহে ৰোপণ কৰা গছ-গছনি আৰু জংঘলৰ নিজৰ গছ-গছনি মিলি সংখ্যাগত ভাবে বহুত আছে, এই গছ গছনি, ফল, মূল খাদ্য হিচাপে ব্যৱহাৰ কৰাৰ যথেষ্ট সুযোগ বিদ্যমান। তেনেদৰে জন্তু, জানোৱাৰ, মাছ, পুঠি, চৰাই, চৃকতিও পৃথিৱীত যথেষ্ট সংখ্যক বিদ্যমান। এনে স্থলত পৃথিৱীৰ খাদ্য সম্ভাৰ নাই বুলি, বৰকৈ কমিছে বুলি কোৱা বা প্ৰচাৰ কৰাৰ উচিত যুক্তি নাই।

পৃথিৱীৰ অভ্যন্তৰত কি আছে আমি আজিও সম্পূৰ্ণকৈ জনা নাই। কয়লা, লোহা, হীৰা, সোণ, তাম, ৰূপ আদি কেইটামান ধাতৱ পদাৰ্থৰ বাহিৰে মানুহৰ বা প্ৰাণীসুলভ দ্ৰব্য পৃথিৱীত কি পৰিমাণৰ জমা হৈ আছে আমি মানুহে নেজানো। মাটিৰ তলত খাদ্য উদ্ভাৱন হ'লে মানুহে হয়তো কৃষিকৰ্ম নকৰাকৈ চলিব পৰা হ'ব, তেতিয়া সভ্যতাই নতুন ৰূপ পৰিগ্ৰহণ কৰিব।

পৃথিৱীৰ বতাহ, সূৰ্য্যৰ তাপ, পোহৰ, পানী, মাটি যথেষ্ট পৰিমাণে আছে।

খাদ্যবস্তুৰ ক্ষেত্ৰত পৃথিৱীত কোনো অভাৱ আছে বুলি ভবা নেযায়। অভাৱৰ কথা মানুহে কয়, আৰু এনে মানুহে কয় যি সকলে আধুনিক সভ্যতাৰ ঢাপত উত্তীৰ্ণ হৈছে; নতুন যুগৰ চিন্তা চৰ্চা মতে চলিছে, নতুন যুগৰ আদব

কায়দাত নিজকে নিয়োজিত কৰিছে, অথচ আৰ্থিক সামৰ্থ্য তেওঁলোকৰ নাই। এনে সামৰ্থহীন লোক সকলে অতীতৰ জীৱন নিৰ্বাহৰ পৰ্য্যায়লৈ ঘূৰি নেযায় বা যাব নোৱাৰে, আৰু নতুন যুগতো নিজকে চন্তালিব নোৱাৰে। সমস্যা হৈছে "আধুনিকতাবাদ"। আধুনিকতাবাদক মানুহে আকোৱালি লয়। অথচ আধুনিক সমাজৰ প্ৰয়োজনীয়তা পূৰণৰ সমৰ্থও নাই। পৃথিৱীত সীমাহীন খাদ্য বস্তু থকা স্বত্বেও এই চাম লোকে সেই সম্ভাৰৰ ব্যৱহাৰ কৰিব নোৱাৰে। দোষ পৃথিৱীৰ নহয়, দোষ হৈছে সমাজৰ মুনাফাভোগী শ্ৰেণী এটাৰ কম সংখ্যক লোকৰ, তেওঁলোকৰ লাভ লুণ্ঠনৰ প্ৰলোভন, সীমাহীন লোভ, আৰু সাধাৰণ মানুহৰ স্বাৰ্থৰ প্ৰতি অমনোযোগিতা।

পৃথিৱীত এতিয়ালৈকে হৈ যোৱা ভীষণতম দুৰ্ভিক্ষজনিত ঘটনা বিলাকলৈ মন দিলেই দেখা য়ায় যে পৃথিৱীত খাদ্যৰ অভাৱ হোৱা নাছিল, বা হোৱা নাই। খাদ্যৰ অভাৱ সৃষ্টি কৰা হৈছে। মানুহে এই অৱস্থাৰ সৃষ্টি কৰিছে। মানুহেই খাদ্য শস্যৰ পৰা বিভিন্ন প্ৰকাৰৰ বস্তু সৃষ্টি কৰিছে, আৰু এই সৃষ্টি কৰা প্ৰকৰণৰ খাদ্যৰ অভাৱ হ'লেই খাদ্যাভাৱত ধ্বনি দিয়া হয়, বা খাদ্যাভাৱ বুলি প্ৰচাৰ কৰা হয়। দৰাচলতে পৃথিৱীত খাদ্যবস্তুৰ অভাৱ হোৱা নাছিল। খাদ্যৰ অভাৱৰ কাৰণে চলিত সমাজৰ খাদ্যাভ্যাসহে দায়ী, পৃথিৱী দায়ী নহয়।

## বস্ত্ৰ ব্যৱহাৰৰ কাৰ্পণ্য

খাদ্যৰ নিচিনাকৈ পৃথিৱীৰ বস্ত্ৰ সামগ্ৰীৰ অভাৱ হোৱা নাই, বা অভাৱ নহয়। কাপোৰৰ ব্যৱহাৰ কৰাৰ আগৰ মানুহে কাপোৰৰ ব্যৱহাৰ নেজানিছিল। কাপোৰ কি মানুহে নেজানিছিল। আমাৰ মানুহ মুলতঃ নঙঠা আছিল। কালক্ৰমত ঠাণ্ডা, গৰম, শীত, তাপৰ পৰা ৰক্ষা পাবলৈ মানুহে বিভিন্ন পথ অৱলম্বন কৰিছিল, এনে পথ অৱলম্বনৰ কাৰণেই মানুহে লাহে লাহে তৈয়াৰ কৰিবলৈ শিকে। কপাহৰ পৰা, মৰাপাটৰ আঁহৰ পৰা, ভেৰাৰ নোমৰ পৰা, মুগা, এৰি আৰু পাটৰ আহঁৰ পৰা বিভিন্ন প্ৰকাৰৰ কাপোৰ মানুহে তৈয়াৰ কৰে, আৰু কালক্ৰমত আধুনিক যুগৰ প্ৰয়োজনৰ "ফেচন কৰিব পৰা" বিভিন্ন প্ৰকাৰৰ কাপোৰ তৈয়াৰ হয়। ইতিমধ্যে প্লাষ্টিকৰ আবিৰ্ভাৱ হয়, আৰু তাৰ পৰাও সূতা তৈয়াৰ কৰি ধুনীয়া ধুনীয়া কাপোৰ তৈয়াৰ কৰা হয়।

বস্ত্ৰ তৈয়াৰ কৰা সকলো সামগ্ৰী পৃথিৱীৰ সৃষ্টি। এই সামগ্ৰী বিলাকৰ

উপৰিও পৃথিৱীত আঁহযুক্ত সামগ্ৰী আৰু বহুতো আছে, যাৰ পৰা কাপোৰ তৈয়াৰী সামগ্ৰী তৈয়াৰ কৰিব পাৰি। বিভিন্ন শ্ৰেণীৰ কাপোৰৰ পৰা পোছাক তৈয়াৰ কৰাৰ বাবে হৰেক প্ৰকাৰৰ কল-কাৰখানা বহিছে আৰু বহি আছে। জাপান, জাৰ্মান, ইংলেণ্ড, আমেৰিকা আদি দেশত উল্লেখনীয় চিলাই মেচিন, কাপোৰ বনোৱা শাল আৰু মেছিন আৱিৰ্ভাৱ হৈছে আৰু কম দিনৰ ভিতৰতে উন্নত মানৰ উৎকৃষ্ট কাপোৰ মানুহে তৈয়াৰ কৰিব পৰা হৈছে।

এটা সময় আছিল যেতিয়া ইংলেণ্ডৰ লাঙ্কাছায়াৰত কাপোৰৰ মেছিন উন্নত স্তৰৰ আছিল আৰু তেতিয়া দামী কাপোৰ তাত তৈয়াৰ হৈছিল। এনে মূল্যবান, উন্নতমানৰ কাপোৰবোৰ বৃটিছ বণিক সকলে উচ্চ দৰত পৃথিৱীৰ বজাৰত বিক্ৰি কৰিছিল। সেই সময়ত ভাৰতত কাপোৰৰ কলেই হোৱা নাছিল। ১৯০০ শতিকাৰ মাজভাগতহে ভাৰতত বস্ত্ৰ শিল্প প্ৰথম প্ৰতিষ্ঠা হয়। আজিৰ দিনত ভাৰতৰ বস্ত্ৰ শিল্পবোৰ পৃথিৱীত জাকত জিলিকা। কাপোৰ ব্যৱসায়ী সকলে বিভিন্ন শ্ৰেণীৰ পোছাক-পৰিচ্ছদ বিক্ৰী কৰি শকত ধনৰ মোনা তৈয়াৰ কৰিছে।

বস্ত্ৰৰ মূল্য বৃদ্ধিৰ লগে লগে কাপোৰৰ মূল্যমান অস্বাভাৱিক হৈছে, আৰু সাধাৰণ মানুহে এই কাপোৰ কিনিব নোৱাৰা হৈছে। আঠুৱা এখন কিনিবলৈ বহু ভাৰতীয় লোকৰ সম্বল নাই, ভাল কাপোৰ লোৱা দূৰৰ কথা। আঠুৱা খনৰ অভাৱত মানুহে মহৰ কামোৰ খাই মেলেৰীয়াত দুৰ্ভোগ ভুগিব লগীয়া হৈছে। লক্ষ লক্ষ খন কাপোৰ চহৰৰ বজাৰত দ'ম দ'ম হৈ আছে। গাওঁৰ দুখীয়া মানুহৰ ল'ৰা ছোৱালীয়ে ফটা ছিটা কাপোৰ ব্যৱহাৰ কৰি স্কুললৈ যোৱা দেখা পাওঁ; অথচ বজাৰৰ দোকানবোৰত ল'ৰা ছোৱালীবোৰৰ ধুনীয়া ধুনীয়া পোছাক দ'ম হৈ আছে। মিলত বোৱা কাপোৰৰ অভাৱ হোৱা নাই, অথচ ব্যক্তি বিশেষে ব্যৱহাৰ কৰিবলৈ মিলৰ ভাল কাপোৰ নেপায়। কাপোৰ বোৱা কল আৰু চিলাই মেছিন বিলাক ব্যক্তিগত ভাবে ব্যক্তিগত লোকৰ অধীনত থকা কাৰণে এনে অৱস্থা হ'বলৈ পাইছে। মানুহে এই অৱস্থাৰ পৰিৱৰ্ত্তন বিচাৰিছে, আনকি কাপোৰ কলত শ্ৰমিক সকলে বহুবাৰ ধৰ্মঘট আন্দোলন কৰিছে।

পৃথিৱীৰ, সকলো মানুহে ভালদৰে ব্যৱহাৰ কৰিব পৰাকৈ ধুনীয়া ধুনীয়া সাজ পোছাক বিলাক তৈয়াৰী হোৱা স্বত্বেও সাধাৰণ মানুহে ব্যক্তিগত প্ৰয়োজনৰ বাবে সাধাৰণ শ্ৰেণীৰ কাপোৰবোৰ ব্যৱহাৰৰ বাবে নেপায় কিয়? এই প্ৰশ্নৰ উত্তৰ আৰু সমাধান আমি বিচাৰিবই লাগিব।

কাপোৰৰ ব্যৱসায় এটা লাভজনক ডাঙৰ ব্যৱসায়। এই ব্যৱসায়ত যথেষ্ট লাভ হয়। দাম বিলাকৰ বিক্ৰী দাম দোকানী বিলাকে স্থিৰ কৰে, আৰু সিহঁতে দাম স্থিৰ কৰোতে অধিক লাভৰ অংক হিচাপ কৰে।

এই শ্ৰেণীটোৰ আকোৰগোজ মনোভাবৰ কাৰণেই কাপোৰৰ দাম নকমে, বৰং বাঢ়ে। এইদৰে বৰ্দ্ধিত মূল্য দিব পৰা যোগ্যতা সাধাৰণ শ্ৰেণীৰ গ্ৰাহকৰ নাই, আৰু এই কাৰণেই গুদামত পৰি থকা স্বত্বেও মানুহে কাপোৰ ব্যৱহাৰ কৰিবলৈ নেপায়।

ভাৰতবৰ্ষত সম্প্ৰতি কালত গুজৰাট, মধ্যপ্ৰদেশ, অন্ধ্ৰপ্ৰদেশ আদি অঞ্চলত কপাহৰ খেতি কৰা কৃষকৰ সংখ্যা বাঢ়িছে। কাপোৰৰ মূল্যও যথেষ্ট পৰিমাণে বঢ়া। এনে স্থলত কপাহৰ দাম বাঢ়িব লাগে। কিন্তু কপাহৰ বতৰত কপাহ ক্ৰেতা মিল মালিক সকলে কপাহৰ মূল্য কমকৈ ধাৰ্য্য কৰে; ফলত কপাহ খেতিয়ক সকলে কপাহৰ মূল্য নেপায়। বেংকৰ পৰা টকা ধাৰে লোৱা কৃষক সকলৰ অৱস্থা ক্ৰমে বেয়াৰ ফালে গৈ আছে। ধাৰৰ বোজাৰ হেচাত বহুত কৃষকে শেষত আত্মহত্যা কৰা বাতৰি খবৰ কাকতত প্ৰকাশ হৈছে। চৰকাৰেও এই প্ৰসঙ্গত ন্যায়সঙ্গত ব্যৱস্থা লোৱা নাই।

তেনেদৰে মুগা, এৰি, পাটৰ মূল্য পোৱাতো প্ৰকৃত উৎপাদনকাৰী কৃষক সকল বঞ্চিত আৰু প্ৰতাৰিত হোৱা হেতুকে এইবোৰ খেতিয়কৰ অৱস্থা তদ্ৰূপ অনুন্নত।

পৃথিৱীৰ বুকুতেই জন্ম হৈছে কপাহৰ, মুগালেটাৰ, এৰিলেটাৰ আৰু পাট সূতাৰ পলুৰ। এই বিলাকৰ উৎপাদন বৰ্দ্ধণ আৰু বিকাশ সাধন কৰিছে পৃথিৱীয়ে, সূৰ্য্যৰ পোহৰ আৰু উত্তাপে, বায়ু আৰু আকাশে। কিন্তু মানুহৰ পৰিচালনাৰ দোষত উৎপাদক কৃষকে প্ৰকৃত মূল্যৰ পৰা বঞ্চিত হৈ অৱশেষত আত্মহত্যা কৰিবলগীয়া অৱস্থাৰ উদ্ভৱ হৈছে, আৰু কাপোৰৰ ব্যৱহাৰৰ ক্ষেত্ৰত লক্ষ লক্ষ মানুহ বঞ্চিত হৈছে।

## যোগাযোগ ঃ

পৃথিৱীৰ মানুহ, জন্তু, জানোৱাৰ, পশু, পক্ষী, গছ, লতা সকলোকে যোগাযোগৰ প্ৰয়োজন। যোগাযোগ নোহোৱাকৈ কোনো এবিধ প্ৰাণী বা জীৱ-জন্তু জীয়াই থাকিব নোৱাৰে। কোৱা হয় যে পৃথিৱী, গ্ৰহপুঞ্জ, সৌৰজগত আৰু

সমগ্র নক্ষত্র মণ্ডল মিলি একতাৰ বান্ধোনত বন্ধা আছে, আৰু বন্ধা একাত্মক 'মহা একাত্ব' নামেৰে নামাকৰণ কৰা হৈছে। তেনে দৃষ্টিভংগীৰ দ্বাৰা বিচাৰ কৰিলে সহজে অনুমান কৰিব পাৰি যে 'বিশ্ব একত্ব'ৰ সকলো সদস্যৰ মাজত ঐক্য, সংহতি যোগাযোগ আৰু বুজাবুজি আছে, বা থাকিবই লাগিব। তেনে যোগাযোগ বা বুজাবুজিৰ কথা আমি কল্পনা কৰো। কিন্তু বাস্তৱ ক্ষেত্ৰত মানুহৰ অভিজ্ঞতা সিমান দূৰলৈ আগুৱাব পৰা নাই।

মানুহ ইমান তুচ্ছ যে সি গছ, গছনি, পশু, পক্ষী, মাছ, পুঠি কাৰো ভাষা বুজি নাপায়। এই ক্ষেত্ৰত মানুহৰ জ্ঞান সীমাবদ্ধ বুলি ধাৰণা হয়। কিন্তু মানুহৰ উচ্চ মানবিশিষ্ট ধাৰণা, অভিজ্ঞতা আৰু জ্ঞানৰ ফলত মানুহে কিছুমান বিষয়ৰ মানসিক ধাৰণা পোষণ কৰিব পাৰে।

বগলীৰ জাক উৰি যোৱাৰ সময়ত কোনো কোনো বগলীয়ে মুখেৰে মাতে, আৰু তেনেদৰে মাত মতাজনীৰ লগত অন্য কিছুমান বগলীয়েও একেলগে মাত দিয়া দেখা যায়। সিহঁতে জাক বান্ধি ফুৰি, জাকত কথা কয়, একেলগে উৰি যায়, একে ঠাইতে লগ হৈ নামে, একে ঠাইতে খোৱা বোৱা কৰে। তেনেদৰে পানী কাউৰীৰ ক্ষেত্ৰত দেখা যায় যে পানী কাউৰীয়ো জাক হৈ উৰি যায়, জাকেৰে সৈতে খাদ্য বস্তু খায়, জাকত এজনে মতাৰ পিছত অন্য সকলেও মাতে। ঘনচিৰিকা চৰাই জাক হৈ উৰি যায়, একে ঠাইতে নামে, আৰু একে ঠাইলৈ উৰা মাৰে। পাৰ চৰায়ো জাক ধৰি উৰি যায়, জাক ধৰি খাদ্য খায়, আৰু জাক ধৰি মুখেৰে কথা কয়। শগুণে জাক ধৰি উৰে, আৰু মৰা শ থকা ঠাইলৈ জাকেৰে সৈতে উৰা মাৰি যায়, আৰু জাক ধৰি শ খায়। শালিকী চৰায়ে গছৰ ওপৰৰ পৰা বা ঘৰৰ ছালৰ ওপৰৰ পৰা মাত মাতে; কপৌ চৰায়ে গান গায় আৰু তাকে দেখি অন্য চৰায়েও গানৰ সুৰ ধৰে। এনেধৰণৰ লক্ষণৰ দ্বাৰা বুজিব পাৰি যে চৰাই বিলাকৰ নিজৰ শ্ৰেণীৰ মাজত কথা বতৰা, ভাবৰ আদান প্ৰদান, মাত কথা আছে, আৰু থকা বুলি অনুমান কৰিব পাৰি।

জন্তুৰ ভিতৰতো কিছুমান জন্তুৰ ভাল বুজা বুজি দেখা যায়। বান্দৰৰ মাজত যোগাযোগ আৰু কথা বতৰা পতা দেখা যায়, এনেকুৱা কিছুমান জন্তু আছে সিহঁত ভয়ানকভাবে আক্ৰমনাত্মক। কিন্তু নিজৰ শ্ৰেণী বা জাতৰ মাজত সিহঁতে আক্ৰমণ নকৰে। সিংহই সিংহক, বাঘে বাঘক, শিয়ালে শিয়ালক আক্ৰমণ কৰা দেখা নাই। কুকুৰে কিন্তু নতুন কুকুৰক নিজৰ ঠাইত অহা পচন্দ

নকৰে। নতুন কুকুৰ নতুন মানুহ নতুন জীৱ জন্তু দেখিলে সিহঁতে ভুকিবলৈ ধৰে, সিহঁতে অসন্তুষ্টি প্ৰকাশ কৰে। গৰাকীক দেখিলে কুকুৰৰ ভাৱনা লক্ষণ, আৰু দৃষ্টিভংগী 'আপোন, আপোন' যেন হৈ পৰে। গৰু ম'হৰ পোৱালীয়ে গৰাকীক দেখিলে ভাৱনা পৰিৱৰ্ত্তন কৰে, মাকক দেখিলে সিহঁতৰ চিঞৰ বন্ধ হৈ যায়। খাদ্য বিচাৰি পানী বিচাৰি গৰুৱে কিন্তু হেম্বেলিয়াই ফুৰে। সিহঁতে বিচৰা খোৱা বোৱা দিলে গৰুৰ হেম্বেলনি বন্ধ হয়। তদ্ৰুপ কাৰ্য্য ছাগলী বিলাকেও কৰে, ভেৰা বিলাকেও কৰে। খোৱা বস্তু দেখিলে মুৰ্গী, পাৰ আদি চৰায়ে আগুৰি ধৰে। সিহঁতৰ ভাষা বুজি নাপালেও সিহঁতৰ ব্যৱহাৰ আৰু লক্ষণৰ দ্বাৰাই সিহঁতৰ বিষয়ে কিছু কিছু চিন্তা, ভাৱনা ধাৰণা কৰিব পাৰি।

শিয়াল, বাঘ, সাপ আদি আক্ৰামনাত্মক জন্তু দেখিলেই কুকুৰে ভুকে আৰু সিহঁতে ভুকনিৰ দ্বাৰাই মানুহক বা অন্য জন্তুক বিপদৰ ইংগিত দিয়ে।

বৰষুণ নহ'লেও বৰষুণৰ দাবী কৰি যেন ভেকুলীয়ে চিঞৰে; অকলে এটা ভেকুলীয়ে নহয়, জাক পাতি ভেকুলীয়ে চিঞৰে। বহুতো সময়ত সন্ধিয়া পৰত ভেকুলীৰ মাত বৰ চিন্তাকৰ্ষক হৈ উঠে। সিহঁতে জাক বান্ধি চিঞৰে, একেলগে, একে সময়তে, একে ধৰণে।

উইচিৰিঙাৰ টিং টিঙীয়া উগ্ৰ মাতটোৱে মানুহক প্ৰকৃতিৰ বিষয়ে ইঙ্গিত দিয়ে।

জেঠী আৰু কাউৰীৰ মাতত মানুহে বিপদ সম্পদ আৰু সমাদৰৰ ইঙ্গিত বুলি বিবেচনা কৰে। মাছ মাংস দেখিলে মেকুৰীয়ে 'মিউ' 'মিউ' ধ্বনি কৰি যেন খাবলৈহে বিচাৰে। মানুহে ভাত বা ৰুটি দিয়ে। সময়ত মেকুৰীটোৱে ওচৰতে থাকি খাদ্য বস্তুৰ অংশ গ্ৰহণ কৰিব বিচাৰে। মেকুৰীয়ে সৰু সৰু সাপ, কেছু, জেঠী এইবোৰৰ উপৰিও চিকা, নিগনি, এন্দুৰ ধৰিয়া হত্যা কৰে; মেকুৰী থকা ঠাইত এই জন্তুবোৰ নাথাকে।

দেখা যায় এন্দুৰ, নিগনি, চিকা, ধৰিয়া আদিয়ে মেকুৰী থকা ঠাই ত্যাগ কৰি জাক ধৰি অন্য ঠাইলৈ প্ৰত্যাৱৰ্ত্তন কৰে। তাৰ দ্বাৰা সিহঁতৰ ভিতৰতো একতা আৰু বুজাবুজিৰ ইংগিত থকা বুলি অনুমান কৰিব পাৰি।

ধান আৰু গম ৰখা ভৰালত এন্দুৰ, নিগনি, ধানখোৱা পোক অকলে অকলে এটা মাত্ৰ নেথাকে, তাত এইবোৰ দলবদ্ধ ভাবে থাকে। মানুহ গ'লে জাকেৰে সৈতে দৌৰি ফুৰে। তাৰ দ্বাৰা বুজিব পাৰি যে সিহঁতৰ মাজতে সহযোগিতা আৰু যোগাযোগ আছে।

জোনাকী পৰুৱা জাক বান্ধি উৰে। এটা দুটা জোনাকী পৰুৱা ক্বচিৎহে দেখিবলৈ পোৱা যায়। জোনাকী পৰুৱা জাকৰ পৰাই অনুমান কৰিব পাৰি যে সিহঁতৰ মাজতো যোগাযোগ আছে।

মৌৰ শ্ৰেণী আৰু বৰলৰ শ্ৰেণী বহু ধৰণৰ। মৌ বিলাক দল বান্ধি উৰে, বৰল বিলাকেও দল বান্ধি উৰে, কৰবাত আক্ৰান্ত হোৱাৰ ভয় থাকিলে সিহঁতে আক্ৰমণ কৰে। ইয়াৰ দ্বাৰাই বুজিব পাৰি যে মৌৰ নিজৰ নিজৰ মাজত আৰু বৰলৰ নিজৰ নিজৰ মাজত যোগাযোগ ব্যৱস্থা আছে। সৰু সৰু মৌ-পিপৰা বিলাক দল বান্ধি ফুৰে, দল বান্ধি খাদ্য সংগ্ৰহ কৰে, এটা চাউল কঢ়িয়াবলৈ কেবাটাও পিপৰাই এনেধৰণে সহযোগ কৰে। সিহঁতৰ ঐক্যবদ্ধ প্ৰচেষ্টা আৰু যোগাযোগ থকাৰ প্ৰমাণ এই ভাবেই পোৱা যায়। উঁইপোক বোৰেও দল বান্ধি আক্ৰমণ কৰে- আক্ৰমণ কৰা কিতাপ পত্ৰ, মাটিৰ তলত থকা কাঠ, গছ-গছনি, বাঁহ আদি উঁইপোকে খাই শেষ কৰে, তেনেদৰে মজিলে পোকেও দল বান্ধি ফুৰা দেখা যায়, সতিনী পৰুৱা বিলাক, গৰীয়া পিপৰা বিলাকৰ দল আছে, আৰু দল এৰি ইহঁতে নেথাকে। জামিলে বিলাকেও দলবান্ধি থাকে আৰু ফুৰে।

গাউনি বিলাকে অকলে থাকে, আৰু দল বান্ধিও থাকে। কুমৃতি বিলাকে অকলে থাকে, দল বান্ধিও থাকে। 'ম' পোক বিলাকে দল বান্ধি থাকে। কেছুৰ জাক বা দল দেখা যায়- কেছু কেবা জাতৰো আছে।

মহ বিলাক সাধাৰণতে কেবা শ, বা কেবা হাজাৰ মহ দল বান্ধি উৰা দেখা যায়। পথাৰত বা খেল পথাৰত সন্ধিয়া বা পুৱাবেলা দেখা যায়। মানুহৰ মূৰৰ ওপৰত প্ৰায় ৩/৪ ফুট ওপৰত মহৰ জাকবোৰ উৰি ফুৰা দেখা যায়। মানুহ বা গৰুক আক্ৰমণ কৰা সময়ত মহে অকলশৰীয়া ভাবে বা দলবদ্ধভাবে আক্ৰমণ কৰা দেখা যায়।

মাখি আৰু দাহ কেবাটাও জাতৰ আছে। মাখিৰ সৰু সৰু আৰু ডাঙৰ ডাঙৰ জাতৰ মাখি থকা দেখা যায়। এই মাখিয়ে দল বান্ধি আৰু একক ভাবে ফুৰা দেখা যায়। দাহবোৰে প্ৰায়ে অকলশৰীয়াভাবে ফুৰা দেখা যায়। কিন্তু গৰু ম'হক কামোৰা সময়ত কেবাটাও দাহে একেলগে আক্ৰমণ কৰা দেখা যায়।

'চিক্ৰত' বিলাকে ম'হ বা গৰুক আক্ৰমণ কৰে- কেবাটাও চিক্ৰত একেলগে বসবাস কৰা দেখা যায়। চিক্ৰত বিলাকৰ মাজত বুজাবুজি নহ'লে দলবদ্ধভাবে কেনেদৰে আক্ৰমণ কৰা হ'ব পাৰে।

শাক-পাচলি, কবি মূলা, উৰহি, লাউ, কোমোৰা, ৰঙা লাউ, লাই, ভেন্দি আদিক আক্ৰমণ কৰা পোক পৰুৱা বিলাকে একে লগে আক্ৰমণ কৰা দেখা যায়। আক্ৰমণৰ দ্বাৰা বুজিব পাৰি যে ইহঁতৰ মাজত যোগাযোগ আছে।

জোক বিলাকে একক ভাবে বা দলবদ্ধ ভাবে ঘূৰা দেখা যায়। শামুক বিলাকে দলবদ্ধ ভাবে থকা দেখা যায়।

সাগৰ, নদী, খাল, বিলৰ মাছ বিলাকেও কিন্তু দলবদ্ধভাবে ঘূৰা দেখা যায়। মাছৰ মাজত কথা আৰু যোগাযোগ নেথাকিলে সিহঁতে দলবদ্ধ হৈ কেনেকৈ ঘূৰিব!

কাছ আৰ দুৰা বিলাকে হয় একক ভাবে নহয় দলবদ্ধ ভাবে ফুৰা দেখা যায়।

কিন্তু কণী পাৰিবৰ সময়ত সিহঁতে নিজে নিজে অকলে অকলে ঘূৰি কণী পাৰে। কণী পৰাৰ পিছত কণীৰ ভৱিষ্যত কি হ'ল সিহঁতে খবৰ নেৰাখে। সৃষ্টিৰ এই এটা অপ্ৰাকৃত ব্যৱহাৰ।

সাপৰ কণীবোৰ ফুকোৱাৰ পিছত সাপৰ পোৱালী জন্মে। দেখা যায় সেই সময়ত সাপবোৰ লগ হৈ থাকে; কিছুদিন পিছত সিহঁতে স্বতন্তৰীয়া হয়।

দেখা যায় কোনো কোনো সাপ ডাঙৰ হোৱালৈকে দলবদ্ধভাবে থাকে। প্ৰকৃতিৰ বিচিত্ৰ সৃষ্টি।

সিংহই চিকাৰ কৰোতে কেতিয়াবা কেতিয়াবা নতুনকৈ ওপজা পোৱালি বিলাককো লগত ৰখা দেখা যায়। উদ্দেশ্য বুজা নেযায়- কিয় সিহঁতৰ লগত ৰখা হয়। চিকাৰৰ শিক্ষাদানো হ'ব পাৰে, বা লগ লাগি ভোজন কৰাৰ কাৰণেও হ'ব পাৰে। বুজা টান।

গৰুই জাক বান্ধি ঘাঁহ খায়, বনৰীয়া গৰু, ছাগলী, ভেৰা, ঘোঁৰা আদিয়েও নিজৰ নিজৰ ভিতৰত জাক বান্ধে, ঘোঁৰাই ঘোঁৰাৰ জাকত ফুৰে। হাতীয়ে নিজা জাকত ফুৰে, হাতীৰ জাক এটা নহয় বহুত; বংশানুক্ৰমিকভাবে বোলে হাতীৰ জাক সৃষ্টি হয়। এইদৰে জাকত ফুৰা জন্তু সকলৰ নিজৰ মাজত যোগাযোগ থকা বুলি ধৰিব পাৰি; যি সকলে অকলে অকলে ঘূৰে সিকলৰ মাজতো অইনৰ লগত যোগাযোগ থকা বুলি বুজিব পাৰি।

মেকুৰী জাকত নুফুৰে অকলে অকলে ফুৰে। দুটা মেকুৰী একে ঠাইত থাকিলে সিহঁতৰ কাজিয়া লাগে। কুকুৰ বিলাকৰ মাজতো তদ্ৰূপ প্ৰকৃতি বিদ্যমান।

সকলো মানুহ সকলো মানুহৰ লগত লগ লাগি নুফুৰে। মনে মিলা, ধৰ্মমতত বিভেদ নথকা, জাত কুলত বিভেদ নথকা আৰু শ্ৰেণী বিৰোধ নথকা- মানুহ বিলাকৰ মাজত দলবদ্ধ হোৱা দেখা যায়। এই দলবদ্ধতাৰ মাজত মাজে মাজে বিবাদ, বিশৃঙ্খলতা পৰিস্ফূত হয়।

ওপৰৰ আলোচনাবিলাকৰ পৰা প্ৰমাণ কৰিব পাৰি যে ইতৰ প্ৰাণী, পশু, পক্ষী আৰু মানুহ দলবান্ধি ফুৰে, দল বান্ধি কাম কাৰ্য সম্পন্ন কৰে, খাদ্য বস্তুৰ আদান প্ৰদান কৰে,- দল বান্ধি থকাৰ মানসিকতা সকলোৰেই আছে। ইয়াৰ দ্বাৰা বুজা যায়, সেই দল বান্ধি ফুৰা প্ৰাণী বিলাকৰ নিজৰ নিজৰ মাজত বুজাবুজি, সহযোগ আৰু অসহযোগ বিদ্যমান। এনেদৰে ভাবিব পাৰি যে এটা শ্ৰেণী বা এটা দলৰ প্ৰাণীক নিজৰ দলৰ প্ৰাণীৰ সতে থকা বুজাবুজিৰ উপৰিও, অন্য দল বা অন্য শ্ৰেণীৰ প্ৰাণীৰ যোগ্যতাৰ লগত যোগাযোগ ৰক্ষা কৰিবলৈ যত্ন কৰে। পৃথিৱীত জীয়াই থাকিবলৈ হ'লে সকলো জীৱিত প্ৰাণীৰ সহযোগ আৰু মিত্ৰতা সকলোৱে বিচাৰিবই লাগিব।

জন্তু আৰু প্ৰাণী জীৱৰ সহযোগিতাৰ কথা স্বীকাৰ কৰিলৈও আমি কব পাৰো যে মানুহৰ নিজৰ ভিতৰত সহযোগিতা আৰু যোগাযোগ ৰক্ষা কৰা নিতান্তই দৰ্কাৰ।

অতীত কালত মানুহে মানুহে সহযোগিতা আৰু বুজাবুজি আছিল- সীমাবদ্ধ স্তৰত। সভ্যতা বাঢ়ি অহাৰ লগে লগে মানুহৰ সহযোগিতা, বন্ধুত্ব যোগাযোগ ক্ৰমে বাঢ়িবলৈ ধৰে, আৰু আজিৰ দিনত সি যথেষ্ট ব্যাপক আৰু বিস্তৃত হৈ পৰিছে।

## মানুহৰ নিজৰ মাজত যোগাযোগ

ইতিহাসৰ পৰা জনা যায় যে পৃথিৱীৰ সকলো ঠাইতে একে সময়তে মানুহৰ জন্ম হোৱা নাছিল। মানুহৰ ভিতৰতো কেবা ধৰণৰো শ্ৰেণী বিদ্যমান থকা কথা আমি জানো। মানুহে একলগ হোৱাৰ বেছি দিন হোৱা নাই। এটা অঞ্চলৰ মানুহৰ অন্য অঞ্চলৰ মানুহৰ লগত ভাল বুজাবুজি নাছিল। এটা সময় আছিল যেতিয়া ভাষাৰ বদলি ইঙ্গিতৰ মাধ্যমেৰে মানুহ চালিত হৈছিল। যি নহওক আজি মানুহে মানুহক বুজি পোৱাৰ, আৰু বুজা বুজি, বুজনি পৰিষ্কাৰ হোৱাৰ সময় উপস্থিত হৈছে। পৃথিৱীৰ কেইটামান মূল ভাষা জানিলে আজি পৃথিৱীৰ যি কোনো অংশৰ মানুহৰ লগত ভাবৰ আদান প্ৰদান কৰিব পাৰি।

মানুহৰ মাজত যোগাযোগ,কৰাৰ কাৰণে আজিৰ দিনত ৰেলৱে, জাহাজ, এৰোপ্লেন, গাড়ী, মটৰ, ট্ৰাক, বাছ, মটৰ ছাইকেল আদিৰ সৃষ্টি হৈছে। সৃষ্টি হৈছে টেলিগ্ৰাফ, টেলিফোণ, ৰেডিঅ', টি.ভি. আদি যন্ত্ৰপাতি।

এই মাধ্যমবোৰ তৈয়াৰ কৰিছে নিশ্চিতভাবে মানুহে - ইঞ্জিনিয়াৰ, বৈজ্ঞানিক প্ৰযুক্তিবিদ সকলৰ ঐক্যবদ্ধ প্ৰচেষ্টাৰ মাজেৰে। ৰাষ্ট্ৰই কোটি কোটি টকাৰ অৰ্থ এই যান বাহন বিলাকত খৰছ কৰিছে।

এই বিলাকৰ মূল সম্পদ আহৰণ কৰা হৈছে- পৃথিৱীৰ বুকুৰ পৰাই। ধাতু আৰু ধাতৱ পদাৰ্থ, কয়লা, তেল, লো আদি উদ্ভাৱন হৈছে পৃথিৱীৰ বুকুৰ পৰা। গতিকে যোগাযোগৰ এই মাধ্যমবোৰ মূলতঃ পৃথিৱীৰেই সম্পত্তি বা সম্পদ।

পৃথিৱীৰ পেট্ৰ'ল, কয়লা, তেল আদি বন্ধ হৈ গ'লে যোগাযোগৰ কাৰখানা বিলাক অচল আৰু অকৰ্মণ্য হৈ পৰিব। মানুহে মানুহৰ ভিতৰত যোগাযোগ কৰিবলৈ যি বিলাক মাধ্যম বা যন্ত্ৰ আৱিষ্কাৰ কৰিছে সেই সকলোবোৰ পৃথিৱীৰ শক্তিৰ দ্বাৰাই কৰা হৈছে। পৃথিৱীয়ে সকলোবোৰ বন্ধ কৰি দিয়া হ'লে মানুহে সৃষ্টি কৰা যোগাযোগৰ যান্ত্ৰিক যুগ বন্ধ হৈ যাব।

শূন্যলৈ উৰা মৰা মহাজাগতিক যান, মহাকাশত ভ্ৰমণ কৰা বিভিন্ন শ্ৰেণীৰ ৰকেট, আনৱিক বোমা আৰু আনৱিক মাৰাত্মক অস্ত্ৰ শস্ত্ৰ, বন্দুক বাৰুদ এ.কে. ৰাইফল জাতীয় অস্ত্ৰ শস্ত্ৰ, পৃথিৱীৰ পৰা লাভ কৰা সামগ্ৰীৰে তৈয়াৰ কৰা হৈছে। সৰু সৰু আঞ্চলিক যুদ্ধ, আৰু ব্যাপক ভাবে নহয়। মহাযুদ্ধৰ সকলো যন্ত্ৰপাতি সকলো উ ৎপাদন, খাদ্য সম্পদ, অস্ত্ৰপাতি পৃথিৱীৰ পৰা উদ্ধাৰ কৰা বা আৱিস্কাৰ কৰা সামগ্ৰীৰ দ্বাৰা তৈয়াৰ কৰা হৈছে।

মহাযুদ্ধত পৃথিৱীৰ মানুহ আৰু প্ৰাণীকুলৰ অভাৱনীয় ক্ষতি হৈছে, ধ্বংসই সমাজক গ্ৰাস কৰিছে আৰু ভৱিষ্যতৰ যুদ্ধত ভয়ানক বিভীষিকাৰ সৃষ্টি হ'ব পাৰে বুলি মানুহ ত্ৰস্তমান। মহাযুদ্ধৰ সৃষ্টিৰ সমস্যা সমূহৰ প্ৰতি মানুহ জাতি ভীতিগ্ৰস্ত, আৰু এই ভীতিগ্ৰস্ততাৰ কাৰণেই যুদ্ধ বন্ধ কৰিবলৈ পৃথিৱীত শান্তি আন্দোলন আৰম্ভণ হৈছে।

পৃথিৱীৰ বুকু ফালি পেট্ৰ'ল, ডিজেল, কয়লা আৰু বিভিন্ন ধাতু মানুহে উদ্‌ঘাটন কৰে। পৃথিৱীৰ বুকুতেই বস্তুশ্ৰেষ্ঠ বুলি চিহ্নিত হীৰা, সোণ, মুকুতা, তাম, সীহ আদিৰ উদ্‌ঘাটন কৰা হয়। দেখা .যায় পৃথিৱীৰ এই মূল্যবান সামগ্ৰীবিলাক নথকাহেতেন পৃথিৱীৰ প্ৰগতি আৰু সভ্যতা আজিৰ দৰে ক্ষিপ্ৰ

আৰু দ্ৰুত নহ'লহেতেন। বিজ্ঞান প্ৰযুক্তি বিদ্যাৰ বিকাশত পৃথিৱীয়ে সীমাহীন অৰিহনা যোগাইছে আৰু সেই অৰিহনাৰ আঁত ধৰি মানুহ আগবাঢ়ি আছে। পৃথিৱীৰ এই সৰ্ব্ববৃহৎ অৱদানৰ কথা মানুহে ভুলতো হয়তো চিন্তা কৰা নাই, ভুলতো হয়তো ভবা নাই।

বৈজ্ঞানিক আৰু প্ৰযুক্তিবিদ সকলে ধাতৱ পদাৰ্থৰ কথা ভাবে, তাৰ ব্যৱহাৰৰ আগতে স্থিৰ কৰে, কেনেদৰে ব্যৱহাৰ কৰিলে কেনে প্ৰক্ৰিয়া বা প্ৰতিক্ৰিয়া হ'ব পাৰে সেই বিষয় বিলাক নিশ্চিত কৰে। কিন্তু পদাৰ্থৰ মূল ৰক্ষক বা সৃষ্টিকৰ্ত্তা পৃথিৱীৰ অৱদানৰ কথা তেওঁলোকে চিন্তা কৰাৰ প্ৰয়োজন বোধ নকৰে। অণু পৰমাণু বিভাজনৰ কৌশল মানুহে আয়ত্ব কৰিছে, তাৰ দ্বাৰা প্ৰকাণ্ড প্ৰকাণ্ড বিস্ফোৰক আৰু মাৰণাস্ত্ৰ সমূহ তৈয়াৰ কৰিছে, কিন্তু অণু পৰমাণু পৃথিৱীয়ে কেনেকৈ জন্ম দিছে, কিয় জন্ম দিলে, উদ্দেশ্য আৰু লক্ষ্য কি বৈজ্ঞানিক সকলে স্থিৰ কৰিব নোৱাৰে। পৃথিৱীৰ সৃষ্টি বিজ্ঞানে ঢুকি নাপায়। পৃথিৱীৰ যান্ত্ৰিক ব্যৱহাৰ মানুহে কৰে, কিন্তু সামগ্ৰী সমুহৰ কিয় আৰু কেনেকৈ সৃষ্টি কৰা হ'ল, সেই সম্বন্ধে বিজ্ঞান আৰু প্ৰযুক্তিবিদ সকল ব্যৰ্থ ।

আজিৰ পৃথিৱীৰ ইমুৰৰ পৰা সিমুৰলৈ যোগাযোগ সূচল আৰু সহজ হৈছে। ৰুছ দেশ, জাৰ্মান, জাপান, ইটালি, গ্ৰেটবৃটেন, যুক্তৰাষ্ট্ৰ, কানাডা যি কোনো ঠাইৰ মানুহক ফোণেৰে, টেলিগ্ৰামেৰে, টেলিফোণেৰে সংযোগ কৰা হৈছে, সংযোগ কৰা হৈছে ৰেলৰে, জাহাজ আৰু উৰাজাহাজৰ মাধ্যমেৰে। এতিয়া পৃথিৱীৰ কোনো দেশ অগম্য নহয়, কোনো দেশ অকলশৰীয়া নহয়। সমাজৰ প্ৰত্যেক অংশৰ মানুহৰ লগত প্ৰত্যেক অংশৰ মানুহৰ পাৰস্পৰিক সম্পৰ্ক বিদ্যমান। প্ৰতিযোগিতা, উন্নতি আৰু প্ৰগতিলৈ চাই আজিৰ পৃথিৱীখন 'সৰু পৃথিৱী' যেন ধাৰণা হয়। এই ধাৰণা নিৰ্ভুল বুলি কব পাৰি।

ডাঙৰ, ডাঙৰ আৰু সমৃদ্ধিশালী দেশ বুলি যিসকল দেশে দাবী কৰে, পৃথিৱীৰ বজাৰত যি সকলে একছত্ৰী আধিপাত্য বিস্তাৰ কৰে বুলি দাবী কৰে তেওঁলোকে মহাবিশ্বলৈ চকু দিয়া দৰ্কাৰ। মহাবিশ্বৰ বিশালতাই তেওঁলোকৰ 'মই বৰভাব' নিশ্চয় গ্ৰাহ্য নকৰিব।

নিজৰ 'অসহায়' আৰু দুৰ্বল অৱস্থানৰ কথা মানুহে কব নোৱাৰাকৈ নিজে নিজে স্বীকৃতি দিবলৈ বাধ্য হয়। পৃথিৱীৰ পৰা মহাশূন্যৰ কোনো গ্ৰহ, উপগ্ৰহ সন্ধানৰ কাৰক মানুহে যেতিয়া মহাশূন্য যান উত্তোলন কৰাৰ গৌৰৱ কৰে, তেওঁ

ভাবিব নোৱাৰে সেয়া যে এই গৌৰৱৰ দাবী তেওঁৰ 'ক্ষুদ্ৰত্ব'ৰ হে প্ৰমাণ দিছে। যি মানুহে তেওঁ বাস কৰা পৃথিৱীখনৰ কথাটো পৰিষ্কাৰকৈ নেজানে, গ্ৰহ উপগ্ৰহ বিলাকৰ অধ্যয়ণ বা জ্ঞানৰ সঞ্চয়ন পূৰা কৰিব পৰা নাই, যিয়ে বিশ্ব ব্ৰহ্মাণ্ডৰ বিশালতাৰ লগত এটা গ্ৰহ বা উপগ্ৰহৰ অৱস্থিতিৰ কথা চিন্তা কৰি আছে, সেই মানুহ নগণ্যৰো নগণ্য বুলি ভাবিবৰ থল আছে। মানুহে সূৰ্য্য পৰিয়ালৰ অৰ্থাৎ সৌৰজগতৰ গ্ৰহ, উপগ্ৰহ বিলাকৰ কোনো অনুসন্ধানৰ সাফল্য পূৰাকৈ লাভ কৰিব পৰা নাই, তেনে ক্ষেত্ৰত বিশ্ব ব্ৰহ্মাণ্ডৰ বিশাল নক্ষত্ৰপুঞ্জৰ কথা চিন্তা কৰিব কেনেকৈ?

যোগাযোগৰ ক্ষেত্ৰত শ্ৰেষ্ঠ সাফল্য অৰ্জন কৰা বুলি মানুহে দাবী কৰে; এই শ্ৰেষ্ঠত্ব দাবী কৰিব পাৰে, পৃথিৱীত মানুহ বাস কৰা সীমাবদ্ধ সৰু সৰু অঞ্চল কেইটামানৰ লগতহে। বিশ্বৰ অন্য জীৱ জন্তু, লতা-পাত, গছ, গছনি, সাগৰ, মহাসাগৰ, পাহাৰ পৰ্বত, মৰুভূমিৰ বৃহত্তৰ অঞ্চলৰ লগত মানুহৰ কোনো যোগাযোগ নাই, বা মানুহে যোগাযোগ স্থাপন কৰিবলৈ যোগ্যতা অৰ্জন কৰা নাই।

পৃথিৱীৰ সীমাবদ্ধ কেইটামান জাতৰ ঘৰচীয়া প্ৰাণীৰ লগত সম্পৰ্ক থকা দেখা যায়। সেই প্ৰাণী বিলাকৰ ভিতৰত ঘৰচীয়া গৰু, ঘোঁৰা, ছাগলী, কুকুৰ, মেকুৰী, ম'হ, হাঁহ, পাৰ চৰাই। এই সীমাবদ্ধ শ্ৰেণীৰ প্ৰাণীৰ লগত মানুহৰ সম্পৰ্ক গতানুগতিক আৰু অতিকৈ সীমাবদ্ধ।

সিহঁতৰ জীৱনধাৰা, জীৱিকা, জন্ম, বেমাৰ, মৃত্যু সম্বন্ধে মানুহে নেজানে, সিহঁতৰ সুখ, দুখ আদি অনুভূতিৰ কথা মানুহে অনুমান কৰিব নোৱাৰে। সিহঁতৰ দুখ, কষ্ট, আশা আকাঙ্খাৰ বিষয়ে মানুহৰ জ্ঞান নাই বুলিলেই হয়।

মানুহে নিজকে প্ৰাণীশ্ৰেষ্ঠ বুলি ভাবে। মানুহৰ যৌথ প্ৰচেষ্টাৰ মাজেদি বিশ্বৰ যিমান অংশ মানুহে দখল কৰি আছে, দখল কৰি থকা ঠাই বিলাকত তেওঁলোকে নিজৰ একাধিপত্য থকা বুলি দাবী কৰে। দৰাচলতে মানুহৰ এই দাবী নিৰ্ভেজাল নহয়, বা শুদ্ধ চিন্তাৰে কৰা দাবী নহয়। মানুহৰ এই দাবীও সীমাবদ্ধ আৰু ঠেক।

প্ৰশ্ন উঠে? মানুহৰ একাধিপত্য থকা ঠাই বিলাকলৈ বেমাৰৰ বীজাণু, জীৱাণু, মহ, দাহ, মাখি, মৌ, বৰল, সাপ, বাঘ আদি ক্ষতিকাৰক প্ৰাণীবিলাক কৰ পৰা আহে? কেনেকৈ আহি একাধিপত্য থকা মানুহক আক্ৰমণ কৰে। এই

প্ৰশ্নৰ উত্তৰ মানুহে দিব নোৱাৰিব। প্ৰশ্নটো দেখাত সহজ, ক্ষুদ্ৰ আৰু অলাগতিয়াল বুলি ধাৰণা হয়, কিন্তু তাৰ গভীৰতা বহু বেছি, বহু ব্যাপক আৰু বিশাল।

বন্য প্ৰাণীসকলে নকৰা কিছুমান কাম মানুহে নিজাকৈ প্ৰতিষ্ঠা কৰিছে। যেনে - স্কুল, কলেজ, শিক্ষা ক্ষেত্ৰ, হাট, বজাৰ, চহৰ, নগৰ, কৃষি, শিল্প, ডাক্তৰখানা, ৰাস্তা-ঘাট, ৰেলৰে, জাহাজ, উৰাজাহাজ, টেলিফোণ, টেলিভিছন, ইলেকট্ৰিক, গৱেষণা কেন্দ্ৰ, চিকিৎসা কেন্দ্ৰ, বিচাৰালয় আদি। এই বিলাক কৰিব পৰা হৈছে মানুহৰ যৌথ প্ৰচেষ্টা, আৰু সমাজ পাতি সামাজিক জীৱন যাপনৰ মাজেদি। সমাজ আৰু সামজিক জীৱন যাপনৰ ব্যৱস্থা নোহোৱা হেতেন মানুহে এইবোৰ কাম কৰিব নোৱাৰিলেহেতেন। সামাজিক জীৱনৰ কাৰণেই মানুহে এইবোৰ প্ৰগতিৰ পথত খোজ দিব পৰা হৈছে। ব্যক্তি মানুহৰ সামৰ্থ্য সীমাবদ্ধ, সীমাবদ্ধ দৃষ্টিভংগী আৰু সীমাবদ্ধ জ্ঞান ভাণ্ডাৰ।

মানুহে মানুহৰ কাৰণে কৰা সীমাবদ্ধ কিছুসংখ্যক কামৰ কাৰণেই মানুহে শ্ৰেষ্ঠ বুলি দাবী তোলে। এই দাবী তোলাৰ সামৰ্থ্য হৈছে মানুহৰ সামাজিক জীৱন আৰু সামাজিক চেতনাবোধৰ মাধ্যমেৰে। মানুহৰ একক শ্ৰেষ্ঠত্বৰ দাবী অমূলক আৰু মানুহৰ স্বাৰ্থ কেন্দ্ৰিক। নিজৰ স্বাৰ্থৰ খাতিৰত মানুহে নিজকে শ্ৰেষ্ঠ প্ৰাণী বুলি ভাবে, কিন্তু এই দাবী সত্য বুলি ধৰি ললেও সকলো ক্ষেত্ৰতে ই সত্য নহয়, আৰু হ'ব নেৱাৰে।

এটা কথা ঠিক যে মানুহৰ মাজত মানুহৰ যোগাযোগ গঢ়ি উঠাটো সত্য যদিও অযৌক্তিক। এই যোগাযোগ কথাৰ যোগাযোগ চিন্তাৰ যোগাযোগ, ভাবাদৰ্শৰ যোগাযোগ এই যোগাযোগৰ সামগ্ৰী সমূহ তৈয়াৰ কৰা হৈছে পৃথিৱীৰ বুকুৰ সামগ্ৰীৰে। গতিকে পৃথিৱীয়েই মূলতঃ যোগাযোগৰ মূল বুলি আখ্যা দিব পাৰি।

## দিন ৰাতি কিয় হয়

পৃথিৱীত দিন ৰাতি হয়; সূৰ্য্য গ্ৰহণ, চন্দ্ৰ গ্ৰহণ পৃথিৱীৰ পৰাই হোৱা দেখা যায়। দিন ৰাতি কেনেকৈ আৰু কিয় হয় এই সম্বন্ধে বৈজ্ঞানিক সকলে আমাক কৈছে যে দিন ৰাতি হয় পৃথিৱীৰ ঘূৰ্ণনৰ কাৰণে। পৃথিৱীয়ে ২৪ ঘণ্টা কালৰ ভিতৰত নিজৰ মেৰুদণ্ডত থাকি পূবৰ পৰা পশ্চিমলৈ এপাক ঘূৰে। এই ঘূৰ্ণনৰ

কাৰণেই সূৰ্য্যৰ ফালে উবুৰি খোৱা ফালটোত দিন হয়, আৰু আনটোত ৰাতি হয়। ৰাতি দিনৰ কাল পৃথিৱীৰ সকলো ঠাইতে একে সময়তে নহয়, অগা পিচাকৈ হয়। পৃথিৱীৰ সকলো ঠাইতে একে সময়তে দিন নহয় বা ৰাতি নহয়। অতীতৰ মানুহে সম্ভৱতঃ ৰাতি আৰু দিনৰ কাৰণ কি জনা নাছিল; বৈজ্ঞানিক সকলে ব্যাখ্যা আৰু প্ৰমাণ কৰি দিয়াৰ পিচত মানুহে ৰাতি দিনৰ কথা জানিব পাৰিছে। অতীতৰ মানুহে কোনো কোনো ঠাইত ৰাতি, আৰু দিনক দেৱ দেৱী ৰূপে কল্পনা কৰিছিল আৰু পূজা অৰ্চ্চনা কৰিছিল।

পৃথিৱীয়ে নিজৰ কক্ষপথত সূৰ্য্যৰ চাৰিওফালে ৩৬৫ দিনত এপাক ঘূৰে। এই কাল চোৱাকেই মানুহে বছৰ বুলি আখ্যা দিছে। প্ৰতিদিনে লুটি বাগৰ মাৰি ঘূৰাৰ উপৰিও কক্ষপথত ঘূৰি থাকে। এই ৩৬৫ দিনকেই আমি এবছৰ বোলোহক। বছৰৰ বিভিন্ন সময়ত ঠাণ্ডা, কম ঠাণ্ডা, গৰম, কম গৰম, না গৰম, না ঠাণ্ডা এনে অৱস্থাৰ মাজতেই পৃথিৱীখন ঘূৰে; আৰু পৃথিৱীত কেতিয়াবা কেতিয়াবা কম ঠাণ্ডা, গৰম, কম গৰম, না ঠাণ্ডা, না গৰম পৰিস্থিতিৰ উদ্ভৱ হয়। এনে পৰিস্থিতিৰ ওপৰত ভিত্তি কৰি মানুহে ৬ টা ঋতু স্থিৰ কৰিছে, সেই ঋতু কেইটা হৈছে গ্ৰীষ্ম, বৰ্ষা, শৰৎ, শীত, হেমন্ত, বসন্ত। একেটা ঋতুত দুটাকৈ মাহ পৰে। এই দুটা মাহৰ ভিতৰতো আৰু ঠাণ্ডা, গৰমৰ বিশেষ বিশেষ পাৰ্থক্য অনুভূত হয়, আৰু এই অনুভূতি অনুসাৰে ৬ টা ঋতুত ১২ টা মাহ ধাৰ্য্য কৰা হৈছে। একেটা মাহত ২৮- ৩১ দিন মানকৈ দিন ধাৰ্য্য কৰা হয়।

ভাৰতৰ হিন্দু দাৰ্শনিক আৰু চিন্তাশীল লোক সকলে মাহ, বাৰ, ঋতু, বছৰ আদি স্থিৰ কৰোতে বিশেষ অৱস্থান আগবঢ়াইছিল, মাহ কেইটাৰ ভিতৰত ৭ দিনে একোটা সপ্তাহ নিৰ্দ্ধৰণ কৰা হৈছিল; গতিকে দিন সপ্তাহ, মাহ, ঋতু আৰু বছৰ এই হিচাপে মানুহে নিৰ্দ্ধাৰণ কৰিছিল। প্ৰতিটো দিনত ২৪ ঘণ্টাকৈ আৰু একোটা ঘণ্টা ৬০ মিনিটকৈ, একেটা মিনিট ৬০ চেকেণ্ডকৈ ভগাই হিচাপ কৰা হয়। তাৰ পিছত পল, অনুপল আদি হিচাপ কৰা হয়।

পৃথিৱীৰ প্ৰাত্যহিক ভ্ৰমণ আৰু বাৰ্যিক পৰিভ্ৰমণক কেন্দ্ৰ কৰি পল, অনুপল, চেকেণ্ড, মিনিট, ঘণ্টা, মাহ, বাৰ, ঋতু, বছৰ মানুহে মোটামুটিকৈ নিৰ্দ্ধাৰণ কৰিছিল। আজি যান্ত্ৰিক পদ্ধতি পৰিচালনা হোৱাৰ ফলত সময়ৰ বিভাজন আৰু সৰু হৈছে, আৰু ক্ষুদ্ৰ হৈছে।

মানুহে নিজৰ নিজৰ কৰ্ম সময় স্থিৰ কৰাৰ বাবে, সময় বিলাক ঘড়ীৰ

মাধ্যমেৰে ব্যৱহাৰ কৰাৰ অভ্যাস কৰিছে, আৰু আজি ঠেলাৱালা, ৰিক্সাৱালা, মজদুৰ, কৰ্মচাৰী, অফিচ কৰ্মচাৰী, সকলোৰে হাতে হাতে ঘড়ীৰ ব্যৱহাৰ দেখা যায়। ঘড়ীৰ ব্যৱহাৰ পৃথিৱীৰ সকলো ঠাইতে ঠন ধৰি উঠিছে, ঘড়ীৰ ব্যৱহাৰ এই সময়ত বাঢ়িছে।

এটা কথা মনত ৰখা উচিত যে সময় বিলাক সদায় একে হৈ নেথাকে। গত বছৰৰ মাঘ মাহ; আৰু এই বছৰৰ ফাগুন মাহৰ মাজত পাৰ্থক্য চকুত পৰে। তেনেদৰে বাঢ়ি মাহ বিলাকৰো সকলো ক্ষেত্ৰকে একে হৈ নেথাকে। প্ৰতি বছৰৰ দিন, সপ্তাহ, মাহ, ঋতু, বছৰ বিলাকৰ পাৰ্থক্য বিদ্যমান। কেতিয়াবা ঠাণ্ডা বেছি, কেতিয়াবা গৰম বেছি, কেতিয়াবা ৰ'দ আৰু গৰম দুয়োটা বেছি, আকৌ কেতিয়াবা বৰষুণ বেছি হোৱা দেখা যায়। এটা বছৰৰ নিৰ্দ্ধাৰিত দিন এটা তাৰ পৰৱৰ্ত্তী বছৰৰ সেই একেটা দিনতে মিলাই চালে পাৰ্থক্য দেখা যায়। ইং ২০০৪ চনৰ ২০ চেপ্তেম্বৰৰ দিনতো ২০০৩ বা ২০০২ চনৰ ২০ চেপ্তেম্বৰৰ লগত একে নহয়, কিছু নহয় কিছু পাৰ্থক্য, আৰু অমিল থাকিবই। ইয়াৰ পৰা এইটো বুজিব পাৰি যে পৃথিৱী ভ্ৰমণ বা পৰিভ্ৰমণ কৰি থাকিলেও পৃথিৱীৰ সকলো বস্তু একে হৈ নেথাকে। পৃথিৱীৰ কোনো বস্তু বা কোনো স্থিতি একে ধৰণৰ, একে প্ৰকাৰৰ নহয়। গতিকে পৃথিৱীৰ ভ্ৰমণ আৰু পৰিভ্ৰমণ বিলাকো নিশ্চয় পূৰ্বৱৰ্ত্তী ভ্ৰমণ আৰু পৰিভ্ৰমণৰ লগত নিমিলা হ'ব। তাৰো পাৰ্থক্য বিদ্যমান। এই অসমতা আৰু নতুনত্বই সৃষ্টিৰ বিশেষত্ব।

সপ্তাহ, মাহ, ঋতু, বছৰক কেন্দ্ৰ কৰি পৃথিৱীৰ গছ, লতা, ফুল, ফল, জীৱ, জন্তু আদিৰ নতুনত্ব আৰু পৰিৱৰ্ত্তন চকুত পৰে। বৰষুণৰ মাহ কেইটাত ওখ মাটিৰ বন, লতা বেলেগ বেলেগ জাত, বেলেগ বেলেগ চেহেৰা; চ'ত মাহৰ বন, লতা, গছৰ পাত, ফুলৰ চেহেৰা ভিন্ন প্ৰকাৰৰ। চ'ত, ফাগুন মাহৰ বন, লতাৰ পাতবোৰ প্ৰায়ে শুকাই যোৱা, কিন্তু আহাৰ শাওণ মাহৰ বন, লতাৰ পাতবোৰ সেউজীয়া, মনোমোহা আৰু চিত্তাকৰ্ষক। ভাদ আহিন মাহত গছবোৰ পাতবোৰ বেলেগ ধৰণৰ। বতৰে প্ৰতি, মাহে সপ্তাহে, বছৰে গছ, লতা, পাতবোৰৰ পৰিৱৰ্ত্তন আৱশ্যম্ভাবি হৈ পৰে। দেখা যায় এই পৰিৱৰ্ত্তন বিলাকো একে ধৰণে নহয় বা হ'ব নোৱাৰে; পৰিৱৰ্ত্তন বিলাকত নিত্যনতুন আৰু অন্য বিশেষত্ব, বিদ্যমান।

মাহ, ঋতুৰ বিভিন্নতাৰ ওপৰত নিৰ্ভৰ কৰি মানুহে কৃষি কৰ্ম নিৰ্দ্ধাৰণ কৰে। ফাগুন, চ'ত, বহাগ মাহত আহু ধানৰ বীজ ৰোপণ কৰে, আহাৰ শাওণ

মাহত ধানৰ ৰোৱণী কৰে, আহিন, কাতি আঘোণ মাহত পকা ধান কাটে। তেনেদৰে মৰাপাট, গম আদি খেতিৰ বাবে বিভিন্ন সময় নিৰ্দ্ধাৰণ কৰা হয়। ঘৰুৱা শস্য, তৰকাৰি আদিৰ খেতিত সময়মতে নিৰ্দ্ধাৰণ কৰা হয়। আলু, মূলা, কবি, বিলাহী, বেঙেনা, লাউ, কোমোৰা, উৰহী, লেচেৰা আদিৰ খেতিৰ কাৰণে নিৰ্দ্ধাৰিত সময় স্থিৰ কৰা হয়, আৰু সেই মতে দেশৰ কৃষিকৰ্ম পৰিচালিত হয়। সেই মতে পৃথিৱীৰ ওপৰ ভাগৰ সৌন্দৰ্য্য বঢ়া টুটা হয়।

উন্নত পদ্ধতিৰ কৃষিবীজ আৱিষ্কাৰ হোৱাৰ ফলত পানী আৰু সাৰ যোগানেৰে যেতিয়াই তেতিয়াই কৃষি কৰ্ম কৰিবৰ সুযোগ হৈছে। গতিকে সেই মতে কৃষি কৰ্মৰ আয় নিৰ্দ্ধাৰণৰ পৰিৱৰ্ত্তন হোৱাতো সূচল হৈছে। ইমান দিন জুৰি নিৰ্দ্ধাৰণ কৰা সময় হয়তো কাইলৈ বা পৰহিলৈ পৰিৱৰ্ত্তন হ'ব পাৰে। নতুন নতুন অভিজ্ঞতা, শিক্ষা, বৈজ্ঞানিক জ্ঞানে সমাজত বিপুল পৰিৱৰ্ত্তন আৰু সংযোজনাৰ সূচনা কৰে।

দেখা যায় আদিম কালৰ পৰাই পৃথিৱীৰ প্ৰাত্যহিক ভ্ৰমণ আৰু বাৰ্ষিক পৰিভ্ৰমণ হৈ আছে। পৃথিৱীৰ বহু পৰিৱৰ্ত্তন আৰু ওলট পালটৰ সৃষ্টি হৈছে।

পৃথিৱীয়ে সূৰ্য্যৰ চাৰিওফালে বাৰ্ষিক পৰিভ্ৰমণ কিয় কৰে, আৰু প্ৰতিদিনে কিয় নিজে নিজে ওলোটা ঘূৰণ মাৰে এই ৰহস্যৰ কথা মানুহে নেজানে।

আগেয়ে মানুহৰ ধাৰণা আছিল যে সূৰ্য্যটোহে পুৱাবেলা পূব আকাশত ভুমুকি মাৰি ওলায় আৰু প্ৰায় ১২ ঘণ্টা কাল পৃথিৱীৰ ওপৰেদি গতি কৰি পৃথিৱীক পোহৰ দিয়ে। সূৰ্যইহে পৃথিৱীৰ চাৰিওফালে পৰিভ্ৰমণ কৰে। বহু বছৰৰ মূৰত আৰু মানৱ সভ্যতাৰ বিকাশৰ দীৰ্ঘ দিনৰ পিছত বিজ্ঞানী সকলে ক'লে যে এই ধাৰণা ভূল। সূৰ্য্যটো প্ৰকাণ্ড ডাঙৰ নক্ষত্ৰ। ই পৃথিৱীৰ চাৰিওফালে ঘূৰাৰ প্ৰশ্ন নুঠে, বৰং এই কথাহে সত্য যে, পৃথিৱীয়ে সূৰ্য্যৰ চাৰিওফালে ঘূৰে। পৃথিৱী প্ৰতিদিনে সূৰ্য্যৰ চাৰিওফালে নিজৰ মেৰুদণ্ডত থাকি ওলোটা খৰ মাৰে, আৰু ৩৬৫ দিনৰ মূৰত সূৰ্য্যৰ চাৰিওফালে এপাক ঘূৰ্ণন কৰে। বহু পৰীক্ষা নিৰীক্ষা, বিতৰ্ক, সমালোচনা, আৰু পৰ্য্যালোচনাৰ মূৰকত এই তত্ব সত্য বুলি প্ৰতীয়মান হৈছে। পৃথিৱীয়েহে সূৰ্য্যৰ চাৰিওফালে ভ্ৰমণ আৰু পৰিভ্ৰমণ কৰে।

এই ভ্ৰমণৰ ফলতেই সূৰ্য্যৰ তাপ, কিৰণ, পোহৰ আদি পৃথিৱীত পৰে, আৰু পৃথিৱীয়ে সেই সুযোগ আৰু সুৱিধা গ্ৰহণ কৰি জীৱ, জন্তু, গছ, গছনি, লতা আদিৰ জন্ম দিছে।

কোৱা হয় যে সূৰ্য্যৰ তাপ, কিৰণ, পোহৰ অবিহনে পৃথিৱীত জীৱ সকলে জন্ম গ্ৰহণ নকৰে। গতিকে সূৰ্য্যই পৃথিৱীৰ জীৱ কুলৰো জীৱন বুলি কোৱা হয়।

## বছৰ মাহ কেনেকৈ হয়

পৃথিৱীয়ে সূৰ্য্যৰ চাৰিওফালে ৩৬৫ দিনত এবাৰ পৰিভ্ৰমণ কৰে প্ৰতিদিনে ২৪ ঘণ্টাত এবাৰকৈ লুটিবাগৰ খাই খাই পৃথিৱীয়ে বাৰ্ষিক পৰিভ্ৰমণত সমাপ্ত কৰে, সমাপ্ত কৰে মানে শেষ কৰা নুবুজায়। বুজায় পুনৰ আৱৰ্ত্তন কৰা। এনে ঘূৰণৰ আৰম্ভনি সীমাহীন ভাবে, নজনা অতীতৰ পৰা হৈ আছে আৰু ভৱিষ্যতলৈ কিমান দিন, মাহ, বা বছৰলৈ চলিব মানুহে নেজানে। পৃথিৱীৰ পৰিভ্ৰমণ সীমাহীন, অন্তহীন, অনন্ত। এই ভ্ৰমণৰ পৰা স্পষ্ট হৈ উঠিছে যে পৃথিৱী অলৰ অচৰ, নলৰা গ্ৰহ নহয়। আমাৰ ধাৰণা যে পৃথিৱীখন অলৰ, অচৰ, স্থিৰ,- এই ধাৰণা শুদ্ধ নহয়। ইয়াৰ দ্বাৰা এইটো পৰিষ্কাৰ হৈ উঠিছে যে সৌৰ জগতৰ বাকী বিলাক গ্ৰহ উপগ্ৰহও স্থিৰ আৰু সুস্থিৰ নহয়। সৌৰ জগতৰ সকলো গ্ৰহ উপগ্ৰহ ঘূৰ্ণিয়মাণ অৱস্থাত। পৃথিৱীৰ উপগ্ৰহ, চন্দ্ৰই পৃথিৱীৰ চাৰিওফালে পৰিভ্ৰমণ কৰা দেখা যায়।

বৈজ্ঞানিক সকলে কৈছে যে এতিয়লৈকে পোৱা সন্ধান মতে নক্ষত্ৰপুঞ্জৰ নক্ষত্ৰ বিলাকো স্থিৰ নহয়। সেই বিলাকো গতিমান আৰু চলমান। অন্তহীন আকাশত নক্ষত্ৰ বিলাকে ভ্ৰমণ কৰি আছে অতীতৰ পৰাই। কোনো নক্ষত্ৰ স্থিৰ বা গতিহীন নহয়। এই গতিমান নক্ষত্ৰ বিলাকে কি সৃষ্টি কৰি আছে, নক্ষত্ৰ বিলাকত কি কি বস্তু বা সামগ্ৰী আছে আমি নেজানো। সূৰ্য্যৰ নিচিনাকৈ নক্ষত্ৰ বিলাক হেনো প্ৰকাণ্ড জুইৰ আকঁৰ। তাত আৰু কি কি আছে আমি নেজানো- জানিবৰ উপায় নাই।

পৃথিৱীখনৰ দ্ৰাঘিমা, অক্ষৰেখা, বিষুৱ ৰেখা, মকৰ ক্ৰান্তি, কৰ্কট ক্ৰান্তি আদি কিছুমান ৰেখা কল্পনা কৰি পৃথিৱীখনক মানুহে কেবাটাও বিভাজনত ভাগ কৰি, সেই অক্ষ বিলাকক বিভিন্ন প্ৰকাৰৰ নামেৰে নামাঙ্কিত কৰিছে। মানুহৰ এনে নামাকৰৰ দ্বাৰা মূলতঃ পৃথিৱী বিভাজিত হোৱাটো নুবুজায়। এনেবোৰ কৰা হৈছে পৃথিৱীৰখনৰ বিষয়ে জানিবলৈ মানুহে কৰা প্ৰচেষ্টাৰ ফল। তাৰ দ্বাৰা পৃথিৱীৰ কোনো লাভ বা ক্ষতি নহয়।

সপ্তাহ, মাহ, বছৰ, যুগ, - গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত, বসন্ত আদি

ঋতুবোৰ পৃথিৱীয়ে সৃষ্টি কৰা নাই। কিম্বা নামাকৰণো কৰা নাই। পৃথিৱীৰ ছ খন মহাদেশ পৃথিৱীয়ে সৃষ্টি কৰা নাই। এই মহাদেশ বিলাক মানুহে ৰাজনৈতিক শক্তিৰ দ্বাৰা স্থিৰ কৰিছে; আৰু স্থিৰ কৰিছে দেশ, অঞ্চল, থানা, জিলা, মহকুমা, আদি বিলাক। এইবিলাকৰ কোনো প্ৰাকৃতিক সীমা নাই বা প্ৰকৃতিয়ে সীমা স্থিৰ কৰা নাই। পৃথিৱীৰ মানুহে নিজৰ নিজৰ সুবিধাৰ কাৰণে সীমাবোৰ নিৰ্দ্ধাৰণ কৰি লৈছে। কোনো কোনো সীমা নিৰ্দ্ধাৰণত দীৰ্ঘদিন যুদ্ধ, মৰা মৰি, কটা কটি হৈ আছে, আৰু কোনো কোনো ঠাইত আজিও হৈ আছে।

মানুহে ভাবে যে এনে সময় এদিন উপনীত হ'ব, যিদিনা পৃথিৱীৰ বিভাজনৰ প্ৰয়োজন নেথাকিব; পৃথিৱীৰ দেশ, ৰাজ্য, থানা, অঞ্চল আদিৰ সীমা বিলুপ্ত হ'ব আৰু মানুহে স্বাধীন, মুকলিভাবে ঘূৰি ফুৰিব পাৰিব। সেই মুক্ত দিনত পৃথিৱীৰ মানুহে মুক্তভাবে আৰু স্বাধীনভাবে পৃথিৱীৰ য'তে ত'তে পোৱা মূল্যবান সম্পদবোৰ আহৰণ কৰিব পাৰিব। ৰজা, ৰাজতন্ত্ৰ, পুলিচ, সামৰিক বাহিনীয়ে মানুহৰ ওপৰত বাধা নিষেধ আৰোপ কৰিব নোৱাৰিব।

মানুহে বিভাজন কৰি লোৱাৰ ফলত যেন পৃথিৱীৰ পৰিসৰ সৰু আৰু ঠেক হৈ আহিছে। মানুহে মুক্ত মনে, স্বাধীনভাবে পৃথিৱীৰ ওপৰত কাম কৰিব নোৱাৰে। কয়লা, তেল, সোণ, ৰূপ আদি ধাতুবোৰ উদ্‌ঘাটন কৰিবলৈ চৰকাৰৰ অনুমতি নহ'লে চৰকাৰৰ টেক্স আৰু উপঢৌকণ থাকিব লাগে। তাৰ উপৰিও অনুমতি পত্ৰ বিলাক খোলা নহয়, চৰ্ত সাপেক্ষে আৰু বিভিন্ন চৰ্তৰ দ্বাৰা সীমাবদ্ধ। এটা সময় আহিব যিদিনা চৰকাৰী অনুমতিৰ প্ৰয়োজন নেথাকিব।

আধুনিক পৃথিৱীৰ শাসক সকলে নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে দুখীয়া আৰু সাধাৰণ শ্ৰেণীৰ মানুহক শোষণ আৰু শাসন কৰাৰ অভিযোগ আছে। অভাব অনৈক্য, যুদ্ধ, সংঘৰ্ষ, সংঘাট বাঢ়ি যাব সন্দেহ নাই। মানুহে বুজিব পাৰিছে, আৰু সেই পৰিস্থিতিৰ পৰিৱৰ্ত্তন কৰিবলৈ উদ্যোগ হাতত লৈছে।

পৃথিৱীখন কেইবাটাও খণ্ডত বিভাজন হোৱাৰ ফলত বৈজ্ঞানিক, প্ৰযুক্তিবিদ্যা বিশাৰদ, বতৰ বিজ্ঞানী, নদী, সাগৰ আৰু পানী বিশেযজ্ঞ সকলৰ অনেক অসুবিধাৰ সৃষ্টি হৈছে, আৰু মানুহৰ সম্পদ আহৰণত তীব্ৰ বাধাৰ সৃষ্টি হৈছে। নতুন নতুন মূল্যবান সম্পদ পৃথিৱীৰ বুকুত সঞ্চিত হৈ আছে, এই সঞ্চিত সম্পদ সমূহ আহৰণ কৰিব পাৰিলেহে সাধাৰণ মানুহৰ প্ৰগতি আৰু উন্নতি হ'ব পাৰে। এই সামগ্ৰীবোৰ ব্যৱহাৰ কৰিবলৈ স্বাধীন আৰু মুক্ত পৰিবেশৰ প্ৰয়োজন।

এনে প্ৰয়োজনীয়তাৰ বাবেই আজিৰ মানুহে সম্পদ সমূহ আহৰণ কৰিব পৰা নাই- তাৰ কাৰণতে মানৱ সভ্যতাৰ অগ্ৰগতি ব্যাহত হৈছে।

## মানুহ আৰু অন্যান্য জীৱ

মানুহেই পৃথিৱীৰ অকলশৰীয়া জীৱ নহয়, পৃথিৱীয়ে সৃষ্টি কৰা হেজাৰ হেজাৰ জীৱ জন্তু, প্ৰাণী পৃথিৱীত বাস কৰে। সকলো শ্ৰেণীৰ প্ৰাণীকে নেওচি মানুহে অকলে পৃথিৱীত আধিপত্য দাবী কৰিব নোৱাৰে। এনে আধিপত্য মানুহে কোনো দিনে পোৱা নাই।

এক শ্ৰেণীৰ মানুহে নিজৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু বিভিন্ন শ্ৰেণীগত স্বাৰ্থ পূৰণ কৰাত দেশৰ সীমা নিৰ্দ্ধাৰণ কৰিছে যদিও, মানুহৰ বাহিৰে পৃথিৱীৰ অইন কোনো জীৱে এই সীমা নেমানে। সীমাৰ ভিতৰত বাস কৰা মৌ, বৰল, পিপৰা, গাউনি, কুমাৰণী, বিভিন্ন চৰাই-চুকতি, হাতী, বাঘ, সিংহ, ভালুক, বনৰীয়া গৰু, ঘোঁৰা, বনৰীয়া ছাগলী কিন্তু এই সীমা অগ্ৰাহ্য কৰি সিপাৰলৈ অহা যোৱা কৰে, বাসস্থান হিচাপে ব্যৱহাৰ কৰে, চিকাৰ কৰে, জীৱন অতিবাহিত কৰে।

মানুহে অকলে দাবী কৰিব নোৱাৰে; মানুহো প্ৰকৃতিৰ সৃষ্ট এক শ্ৰেণীৰ জীৱ। হেজাৰ হেজাৰ পোক, পৰুৱা, মহ, দাহ, মাখি, সাপ, তেজপিয়া, জেঠী, আৰু চৰাই চুকতিয়ে মানুহে নিৰ্দ্ধাৰণ কৰা দেশৰ সীমা অগ্ৰাহ্য কৰি সীমাৰ ভিতৰত আৰু বাহিৰত দুয়ো ঠাইতেই কাম কৰা দেখা যায়। দুয়ো খণ্ড ঠাইতে সিহঁতৰ বাসস্থান দেখা যায়। কোনো পোক পৰুৱা, চৰাই-চুকতি, বা অন্যান্য জীৱ জন্তুৱে মানুহৰ চৰকাৰক খাজনা, টেক্স বা মাননি প্ৰদান নকৰে। এই কৌটি কৌটি শ্ৰেণীৰ জীৱ জন্তু বিলাক এই পৃথিৱীৰেই সৃষ্ট, প্ৰকৃতিয়ে মানুহৰ দৰে সিহঁতকো জন্ম দিছে, ডাঙৰ কৰিছে, খাদ্য যোগান দিছে, আৰু প্ৰয়োজনীয় বায়ু, সূৰ্য্যৰ কিৰণ, পানী আদি প্ৰয়োজনীয় সামগ্ৰী সমূহ প্ৰদান কৰিছে। এই কৌটি কৌটি জীৱ জন্তুৰো পৃথিৱীৰ বিভিন্ন অংশত সমানে স্বত্ত্ব আছে, সমানে অধিকাৰ আছে।

এচাম মানুহৰ স্বাৰ্থৰ দৃষ্টিভংগীৰে দেশৰ সীমা মহাদেশৰ সীমা, জিলা, ৰাজধানী, অঞ্চল আদিৰ সীমা স্থিৰ কৰি লৈছে। এনে পৰিস্থিতিৰ কাৰণতে যুদ্ধ, ৰক্তপাত, হত্যাকাণ্ড নিৰ্বিচাৰে চলিছে। আজিও মানুহ বিলাকৰ মাজত দেশ

বিলাকৰ সীমা নিৰ্দ্ধাৰণৰ বেমেজালি আৰু বৈষম্য আতৰা নাই। এতিয়া দেশ বিলাকৰ বহুতৰ ভিতৰত, আৰু নিজৰ মাজত, প্ৰশান্ত মহাসাগৰীয় দেশ বিলাকৰ ভিতৰত, আফ্ৰিকা, আমেৰিকা মহাদেশ বিলাকৰ বিভিন্ন মানুহৰ বা শ্ৰেণীৰ মাজত, বিবাদ আজিও বিদ্যমান। পৃথিৱীখন কোনে দখল কৰিব, পৃথিৱীৰ লোভনীয় সামগ্ৰীবিলাকৰ ওপৰত কোনে আধিপত্য বিস্তাৰ কৰিব, কাৰ বেছি সামৰিক শক্তি আৰু মাৰণাস্ত্ৰ আছে, কোন কোন দুৰ্ব্বল দেশক আক্ৰমণ কৰি পৰাভূত কৰিব পৰা যাব, কাৰ ক'ত আধিপত্য স্থাপন হ'ব, কোন দেশক হাত কৰিলে অপকাৰ, কোন দেশক হাত কৰিলে লাভ হ'ব, তাৰ কুট আৰু ষড়যন্ত্ৰত শক্তিশালী ৰাষ্ট্ৰবোৰ ব্যস্ত।

সীমা নিৰ্দ্ধাৰণ কৰি, সীমাৰ ভিতৰত বাস কৰি থকা জনজাতি আৰু অনুন্নত সম্প্ৰদায়ৰ লোক সকলক যুগ যুগ ধৰি নিৰ্বিচাৰে শোষণ আৰু দমন কৰি থকা হৈছে, তেওঁলোকৰ মাজত আজি বিদ্ৰোহৰ বতাহ আৰম্ভ হৈছে, আৰু তেওঁলোকৰ বিদ্ৰোহৰ জুইত বহুজন ৰাষ্ট্ৰনায়কৰ দিন সমাপন হৈছে। জনজাতি আৰু অনুন্নত জনতাৰ দাবী অথলে নেযায়। ই এদিন শেষ হবই।

মানুহ অকলে পৃথিৱীৰ প্ৰাণী হোৱা হেতেন মানুহৰ অধিকাৰ দাবীৰ হয়তো স্বত্ব থাকিলহেতেন। কিন্তু পৃথিৱীত, য'ত ইমান লক্ষ, লক্ষ জীৱৰ আৱিষ্কাৰ আৰু জন্ম হৈছে, তাত মানুহে অকলে স্বত্ব দাবী কৰাৰ প্ৰশ্ন নুঠে। মানুহে স্বত্বাধিকাৰ পাবৰ যোগ্যতা কৰ পৰা পালে। পৃথিৱীয়ে মানুহক এই অধিকাৰ প্ৰদান কৰা নাই, অথবা কোনো অধিকাৰ দিব পৰা সহাৰি নাই। দৰাচলতে পৃথিৱীৰ ওপৰত মানুহৰ দাবী কৰিবৰ ন্যায়সংগত কোনো অধিকাৰ বা যোগ্যতা নাই। পৃথিৱীখনৰ বিভাজন কৰি কিছু সুবিধা আৰু সুযোগ মতে পৃথিৱীখন দখল কৰাৰ মানুহৰ স্বত্ব নাই। স্বত্বহীন অধিকাৰহীন এচাম মানুহে অধিকাৰ প্ৰতিষ্ঠা কৰিব বিচাৰিছে নিজৰ শক্তি আৰু জোৰৰ মাধ্যমেৰে। কিন্তু জোৰকৈ এটা সময়ৰ বাবে দখল কৰিলেও সেই অঞ্চলৰ বিভিন্ন জীৱ, বিভিন্ন প্ৰাণীৰ ওপৰত মানুহৰ অধিকাৰ নবৰ্ত্তে।

জীৱ জন্তুৰ ওপৰত মানুহৰ অধিকাৰ বা স্বত্ব সাব্যস্তৰ ভেটি নাই বুলি কোৱা হৈছে। কিন্তু জীৱ জন্তুৰ উপৰিও বিভিন্ন গছ, লতা, তৰু, তৃণ, ফুল, ফল বিলাকেও মানুহক অকণমানো মান্য নকৰে। এখন বাৰীৰ আম, কঁঠাল, বগৰী, কল আদি ফলবোৰ অন্যখন বাৰীৰ মাজতো জন্ম লাভ কৰে। ইখন দেশৰ মাছ,

পুঠি আদি মূল্যবান সামগ্ৰী সমূহ সিখন দেশতো জন্ম লাভ কৰে। প্ৰকৃতিৰ কোনো এটা উপাদান, কোনো সীমাবদ্ধ দেশ এখনে সেই দেশৰ বুলি দাবী কৰিব নোৱাৰে। জীৱ জন্তুৰ ক্ষেত্ৰতো সেই একে কথা।

একেদালি বট গছ সীমাৰ ইপাৰে গজে, ডাঙৰ হয় আৰু সীমাৰ ওপৰেদি পাৰ হৈ দাল পাত ফুল মেলি সিপাৰে হালি থাকে। একেজনী শালিকী বা কাউৰীয়ে ইখন দেশৰ পৰা খাদ্য সংগ্ৰহ কৰি ইখন দেশত বাস কৰে। নিজৰ সন্তানক খাদ্য যোগান ধৰে। ইখন দেশৰ শগুণ, শিয়াল, কুকুৰে সিখন দেশত মাংস বিলাক ভক্ষণ কৰে। সিখন দেশৰ হাতী, বাঘ, সিংহই সিখন দেশৰ বিভিন্ন খাদ্য নষ্ট কৰে। এনেদৰে চিন্তা কৰিলে দেখা যায় যে গছ-লতা, জীৱ-জন্তু, জীৱাণু, বীজাণু, পোক পৰুৱাই দেশ, ৰাজ্য বা ৰাজধানীৰ সীমা মানি নচলে বা চলাৰ প্ৰয়োজন বোধ নকৰে। নদী, পাহাৰ, পৰ্বত, সাগৰ, মহাসাগৰ, হ্ৰদ আদিৰ মাছ, জীৱ জন্তু কোনেও দেশৰ সীমা মানি নচলে বা মানি চলাৰ প্ৰয়োজন বোধ নকৰে। প্ৰকৃতিৰ বিচিত্ৰ সৃষ্টিৰ কোনেও দেশ বিদেশৰ সীমা মানি নচলে বা সীমা গ্ৰাহ্য নকৰে। পৃথিৱীৰ জীৱ, জন্তু, গছ-গছনি জীৱাণু বীজাণু - এই সকলোবোৰকে বিৰোধিতা কৰি মুষ্টিমেয় মানুহে পৃথিৱীৰ সীমা নিৰ্দ্ধাৰণ কৰাটো এটা হাঁহি উঠা কথা। বিশ্বৰ কোনো প্ৰাণীয়ে স্বীকাৰ নকৰা কথা এটা মানুহে জোৰকৈ প্ৰতিষ্ঠা কৰিব নোৱাৰে, আৰু প্ৰতিষ্ঠা হোৱা বুলি ভাবিব নোৱাৰি।

মানুহে অতি ঠেক দৃষ্টিভংগীৰে পৃথিৱীৰ কথা ভাবে; আজি ডেকা মানুহ কাইলৈ অলৰ বুঢ়া, পৰহিলৈ মৃত্যুৰ দুৱাৰ দলিত। দেশ সৃষ্টি কৰা মানুহে দেশৰ কোনো সম্পদ বা সামগ্ৰী মৃত্যুৰ সময়ত লগত লৈ যাব নোৱাৰে। চিহ্নিত সীমাবোৰো মানুহৰ লগত মৃত্যুৰ লগে লগে নেযায়।

সীমা নিৰ্দ্ধাৰণ কৰি দেশ সৃষ্টি কৰা মানুহ বিলাক সেই সেই অঞ্চলৰ আৰ্থিক আৰু ৰাজনৈতিক মুনাফা আদায় কৰিছে। সীমাৰ কাজিয়া সৃষ্টি কৰিছে, যুদ্ধ আৰু মহাযুদ্ধৰ সৃষ্টি কৰি হেজাৰ হেজাৰ নিৰ্দোষী মানুহক হত্যা কৰিছে। ৰামায়ণ, মহাভাৰতৰ যুদ্ধবিলাকৰ জন্ম হৈছিল- দেশৰ সীমাৰ কাৰণে, দেশৰ কাৰণে। ভাৰতৰ পুৰণি দিনৰ যুদ্ধবোৰ, ৰাজত্ব, ৰাজ্য দখল, সীমা নিৰ্দ্ধাৰণ আদি সমস্যাৰ ওপৰেদি সৃষ্টি হৈছিল। পৃথিৱীৰ বহু ঠাইত আজিও সীমা বিবাদ চলি আছে। দেশপ্ৰেম, জাতিপ্ৰেম আদিৰ ধাৰণা বিলাক সৃষ্টি কৰিছে ৰাষ্ট্ৰনায়ক

সকলে, আৰু এই নায়ক সকলৰ সমৰ্থক তেওঁলোকৰ অনুগামী কবি আৰু সাহিত্যিক সকলে। দেশৰ পৱিত্ৰতা ৰক্ষা কৰিবলৈ, আৰু দেশপ্ৰেমৰ নামত কিমান কুকাম কৰা হৈছে, কিমান হত্যা কৰা হৈছে, তাৰ সীমা নাই। "অ' মোৰ আপোনাৰ দেশ, অ' মোৰ চিকুনী দেশ", "বন্দে মাতৰম" আদি গীত সমূহৰ দ্বাৰা সাধাৰণ মানুহক প্ৰভাৱিত কৰিবলৈ কিমান যে প্ৰচেষ্ট বিশ্বজুৰি চলিছে, তাৰ সীমা নাই। দেশপ্ৰেমৰ নামত নিজৰ জীৱনক মহীয়ান কৈ গঢ়ি তুলিবলৈ, দেশপ্ৰেমী বুলি চিহ্নিত হ'বলৈ, কিমান ডেকা, বুঢ়া মানুহে মৃত্যুক আকোৱালি লৈছে, কিমান জীৱক তেওঁলোকে হত্যা কৰিছে, তাৰ সীমা নাই। দেশপ্ৰেমৰ উজস্বিনী আকৰ্ষনত মানুহ অধৈৰ্য্য হয়, আত্মহাৰা হয়। দেশৰ সীমা থাকে মানে এইদৰে মৃত্যু আৰু হত্যাকাণ্ড চলি থাকিব- ই নিঃসন্দেহ। দেশৰ কাৰণে যুঁজ কৰা লোকক দেশপ্ৰেমিক আখ্যাৰে ভুষিত কৰা হয়, স্মৃতি ৰক্ষা কৰা হয়, ডাঙৰ ডাঙৰ ফটো আৰু কিতাপ চপোৱা হয়, সময়ে সময়ে পৰিয়ালক বৃত্তি প্ৰদান কৰা হয়।

বৃটিছৰ শাসনৰ যিসকল ভাৰতীয়ই স্বাধীনতা সংগ্ৰামত অংশ লৈছিল সেই সকলক মুক্তিযোদ্ধাৰ আখ্যাৰে ভুষিত কৰা হৈছে, তেওঁলোকক "তাম্ৰ পত্ৰ" প্ৰদান কৰা হৈছে - মাহিলী আৰ্থিক পেঞ্চন প্ৰদান কৰা হৈছে। পৃথিৱীৰ বিভিন্ন দেশত স্বাধীনতা সংগ্ৰাম বিলাকৰ বিশেষ বিশেষ ঘটনাত বিশেষ বিশেষ মৰ্য্যদা প্ৰদান কৰা হৈছে।

## বিশ্বৰ মানুহৰ একচেতিয়া স্বত্ব বা অধিকাৰ

আমি যি কথাই ব্যাখ্যা নকৰো লাগে, মানুহে বিশ্বত কি পৰ্য্যায়লৈ বা কি দূৰত্বত আৰু কিমানখিনি আধিপত্য বিস্তাৰ কৰি আছে, সেই বিষয়ে চিন্তা কৰা দৰ্কাৰ। মানুহ বিশ্বৰ একমাত্ৰ প্ৰাণী যিয়ে পৃথিৱীৰ চাৰিওফালে সৈন্য বাহিনী, পুলিচ বাহিনী, আমোলা বাহিনী বিস্তাৰ কৰি পৃথিৱীতে ৰাজত্ব চলাই আছে। মানুহৰ বাহিৰে অন্য প্ৰাণীৰ সংগঠিত পুলিচ বাহিনী, আমোলা বাহিনী, সামৰিক বাহিনী আদি নাই, - এইটো সত্য। সেই ফালৰ পৰা চালে মানুহেই পৃথিৱীৰ দখলদাৰী আৰু একাধিপত্য বিস্তাৰকাৰী দল। মানুহৰ দৰে সিবিলাকে আধিপত্য বিস্তাৰ কৰা নাই, বা বিস্তাৰ কৰিব পৰা নাই।

দৰাচলতে কথাটো কি বিতং ভাবে বিশ্লেষণ কৰা দৰ্কাৰ। মানুহ পৃথিৱীৰেই কোনো কোনো ঠাইত, কোনো কোনো অঞ্চলত প্ৰাধান্য বিস্তাৰ কৰি

আছে, চোৱা যাওক। কোৱা হয় যে পৃথিৱীত ৩ ভাগ ঠাই পানীৰে আবৃত - মাত্ৰ এক ভাগ ঠাইহে মাটি। তেনেহ'লে দেখা যায় যে পৃথিৱীৰ তিনি চতুৰ্থাংশ অঞ্চলত অৰ্থাৎ পানী ভাগত মানুহ নাই। পৃথিৱীৰ সাগৰ, নদী, হ্ৰদ, জলাশয় মানুহৰ দখলৰ বাহিৰত আৰু মানুহৰ দখলৰ বাহিৰৰ বুলি ধৰা হয়। প্ৰকাণ্ড প্ৰকাণ্ড শিলাময় পাহাৰ, পৰ্বতত মানুহ থাকিব নোৱাৰে। ঘন জংঘল মৰুভূমি অঞ্চলতো মানুহ থাকিব নোৱাৰে। হিচাপ কৰি চালে দেখা যায় যে পৃথিৱীৰ ক্ষুদ্ৰ অংশ কেইটা মানতহে মানুহে বাস কৰে, বা মানুহৰ বাসোপযোগী থল। মানুহ থকা ক্ষুদ্ৰ ক্ষুদ্ৰ অঞ্চল বিলাকত মানুহৰ বাহিৰে কি, কি থাকে। মানুহৰ বাহিৰেও সেই অঞ্চল বিলাকত গছ-লতা, পশু-পক্ষী, জীৱ-জন্তু, পোক-পৰুৱা সমুহ বাস কৰা অঞ্চল। মানুহৰ উপৰি যি বিলাক প্ৰাণীয়ে বাস কৰে সেই প্ৰাণী বিলাকৰ সংখ্যা বহুত গুণে বেছি। মানুহ থকা ঠাইৰ পোক-পৰুৱা, জীৱ-জন্তু, গছ-লতাই মানুহে সৃষ্টি কৰা নিয়ম কানুন বিলাক নামানে। এনে কৌটি কৌটি প্ৰাণী বিলাকৰ ওপৰত মানুহৰ কোনো অধিকাৰ নাই। তেনেদৰে বিচাৰ কৰিলে দেখা যায় যে মানুহৰ আধিপত্যবোৰ নিৰ্দ্দিষ্ট অঞ্চল কিছুমানতহে আছে। পোক পৰুৱা, জীৱাণু, বীজাণু, বিভিন্ন জন্তু, জানোৱাৰ, গছ লতা আৰু প্ৰকৃতিৰ বিভিন্ন ঘটনা ৰাজিৰ মানুহে প্ৰতিৰোধ কৰিব নোৱাৰে। ধুমুহা বতাহ, ভূঁইকপ, প্ৰাকৃতিক দুৰ্যোগ, সূৰ্য্যৰ তাপ আৰু কিৰণৰ তীব্ৰতা, গৰম আৰু ঠাণ্ডাৰ আক্ৰমণ মানুহে প্ৰতিহত কৰিব নোৱাৰে। মানুহ দৰাচলতে অসহায় আৰু অক্ষম প্ৰাণী। চৰাইৰ গতিত চালিত হ'ব নোৱাৰে, মানুহে উৰিব নোৱাৰে, মানুহে পশু বিলাকৰ গতিত দৌৰিব নোৱাৰে, বতাহৰ গতিত যাব নোৱাৰে, পৃথিৱীৰ আহ্নিক গতি আৰু বাৰ্ষিক গতিক ৰুধিব নোৱাৰে। এনে অসহায় অৱস্থাতো মানুহে নিজকে শ্ৰেষ্ঠ বুলি জ্ঞান কৰে, নিজকে সৰ্বশ্ৰেষ্ঠ জ্ঞানী বুলি কৈ গৌৰৱ কৰে। শ্ৰেষ্ঠত্বৰ কোনো গৰিমাৰ বাবে মানুহৰ ঠাই নাই। কেৱল মানুহ সামাজিক জীৱ হোৱা কাৰণে নোহোৱা নোপোজা গৌৰৱৰ দাবীবোৰ উত্থাপন কৰে।

এটা কথা ঠিক যে মানুহে সমাজ পাতি বাস কৰে, সমাজ পাতি বাস কৰাটো মানুহৰ বিশেষ বৈশিষ্ট্যৰ ভিতৰত। মানুহে সমাজ পাতি বাস কৰে কাৰণেই সমাজৰ পৰা প্ৰয়োজনীয় জ্ঞান আৰু অভিজ্ঞতা সমূহ পাব পাৰিছে। এটা যুগৰ মানুহৰ লিখিত অভিজ্ঞতাৰ কথা পৰৱৰ্ত্তী যুগৰ মানুহে লাভ কৰিব পাৰিছে। বিশেষকৈ লিখন আৰু পঠন পদ্ধতি প্ৰচলিত হোৱাত এই কাম

কাজবোৰত মানুহৰ সুযোগ আৰু সুবিধা হৈছে। সমাজৰ সকলো মানুহৰ কম বেচি প্ৰচেষ্টাৰ মাজেদি আমি যন্ত্ৰ যুগৰ উন্নতি আৰু প্ৰগতি দেখিবলৈ পাইছো। ৰেল, জাহাজ, উৰা জাহাজ, ফোণ, টেলিগ্ৰাফ, ৰেডিঅ', টেলিভিছন, মটৰ আদি বিভিন্ন যান্ত্ৰিক উন্নতি মানুহে লাভ কৰিব পাৰিছে, তাৰ সম্পৰ্ক সামাজিক জীৱনৰ অৱস্থিতিৰ কাৰণেহে। মানুহে সামাজিক জীৱন যাপন কৰাৰ বাহিৰে মানুহৰ বিশেষত্ব আছে বুলি ভাবিব নোৱাৰি।

কোনো কোনো বিষয়ত অন্য জীৱ সমুহৰ তুলনাত মানুহৰ শিক্ষা আৰু জ্ঞান লাভৰ বিশেষত্ব আছে, ই ঠিক। এই বিশেষত্বই মানুহক মানুহ সমাজক নোহোৱা নোপোজা কেতবোৰ দান দিছে - ইয়ো সত্য। সাহিত্য, সংস্কৃতি, বুৰঞ্জী, অংক, বিজ্ঞান, ভূগোল আৰু দৰ্শণ শাস্ত্ৰই মানুহক নতুন নতুন জ্ঞান বিজ্ঞানৰ অভিজ্ঞতা দিছে, আৰু তাকেই সমল কৰি লৈ আজিৰ মানুহে আগ বাঢ়িছে,- ইয়ো সত্য। অন্যান্য প্ৰাণী বা জীৱতকৈ কোনো কোনো ক্ষেত্ৰত মানুহে নিজকে শ্ৰেষ্ঠ বুলি দাবী কৰে, দাবী কৰিবৰ এনে ধৰণৰ কাৰণ বিলাক আছে।

মানুহৰ জীৱন ধাৰণৰ পদ্ধতিৰ পৰিৱৰ্ত্তন আৰু বিকাশ হৈছে। কেচাই খাদ্য খোৱা মানুহে আজি জুই আৰু বিজুলি বাতিত সিজাই খাব শিকিছে। জুইৰ ব্যৱহাৰ শিকিছে। কল কাৰখানা মেছিন, ইঞ্জিনৰ গঠন প্ৰণালী আয়ত্ব কৰিছে, মেছিনৰ ব্যৱহাৰ কৰি উন্নত পদ্ধতিৰ খাদ্য প্ৰস্তুত কৰিবলৈ শিকিছে, মানুহে ঘৰ সাজিবলৈ শিকিছে, খেৰি ঘৰৰ ঠাইত টিনৰ ঘৰ, তাৰ ঠাইত পকী বিল্ডিং সাজিছে। ৰাস্তা ঘাট পকী কৰিবলৈ শিকিছে, আৰু শিকিছে স্বাস্থ্য ৰক্ষাৰ নীতি নিয়ম। ডাক্তাৰী বিদ্যা, ইঞ্জিনিয়াৰিং বিদ্যাৰ শিক্ষা কেন্দ্ৰসমূহ মানুহৰ আধুনিক অৱদান।

মানুহে নিজৰ সামুহিক বা ব্যক্তিগত মঙ্গল আৰু উন্নতিৰ বাহিৰে পৃথিৱীৰ অন্যান্য জীৱ বা প্ৰাণীকুলৰ কোনো উপকাৰ সধা নাই। মানুহৰ উন্নতি মানুহ জাতিৰ কাৰণে বুলি ভাবে, আৰু শ্ৰেণীগত ভাবে, সামাজিক ভাবে মানুহে ভাবে যে মানুহ পৃথিৱীৰ অন্য প্ৰাণীতকৈ যথেষ্ট আগবঢ়া। তুলনামূলক ভাবে এই কথা সত্য হ'ব পাৰে, বা সত্য হয়, কিন্তু মানুহ সকলো বিষয়তে শ্ৰেষ্ঠ বুলি দাবী কৰিবৰ যুক্তি নাই। শ্ৰেষ্ঠ শব্দৰ ব্যৱহাৰ কৰিলে জ্ঞান বিজ্ঞান, চিন্তা ধাৰা, কৰ্ম পদ্ধতি, স্বভাৱ চৰিত্ৰ, প্ৰকৃতি, প্ৰেম প্ৰীতি আদি বহু কথা সামৰিব লগীয়া হয়।

## অচিনাকি বাৰু কিয়

পৃথিৰীয়ে আমাক ধাৰণ কৰি আছে, আমাক জন্ম দিয়ে পৃথিৰীয়ে যোগান দিয়ে বায়ু, সূৰ্য্যৰ তাপ, ও পোহৰ, পানী, জুই আদি আমি ভোগ কৰিছো, পৃথিৰীয়ে দিয়া খাদ্য খাই আমি পুষ্টি সাধন কৰিছো। সৰু কেচুৱাটোৰ পৰা বয়সস্থ বা বুঢ়া হৈছো। বিভিন্ন অভিজ্ঞতাৰ ভড়াল এই পৃথিৰীখন। ই আমাক দিছে অফুৰন্ত খাদ্য, বস্ত্ৰ বা বাসস্থান, ঔষধ, যান-বাহনৰ যোগাযোগ ব্যৱস্থা। পৃথিৰীখন আমাৰ চকুৰ আগত, আমাৰ চিন্তাৰ আগত, আমাৰ ধাৰণাৰ অগ্ৰভাগত। আমি সদায় পৃথিৰীতেই খোজ কাঢ়ো, পৃথিৰীত বহো, উঠো গৰমত ঠাণ্ডা লগাও, ঠাণ্ডাত গৰম লগাও। আমাৰ চিন্তা চৰ্চা জ্ঞান, বিজ্ঞান, প্ৰযুক্তিবিদ্যা সকলোৰে আগত এই ধুনীয়া মহৎ পৃথিৰীখন।

পৃথিৰীখনৰ বিষয়ে আমি বহু কথা জানো। সাগৰ, মহাসাগৰ, হ্ৰদ, বিল, মাছ, কাছ, জীৱ-জন্তু সকলো বিলাক দেখিছো। পৃথিৰীৰ বুকুতেই ইহঁতে খেলা কৰি থাকে। পৃথিৰীখন আমাৰ আপোন। অতিকৈ চিনাকি পৃথিৰীত বাহিৰে দ্বিতীয়খন ঠাই নাই যাক আমি পৃথিৰীৰ দৰে চিনাকি বুলি ধাৰণা কৰিব পাৰো।

পৃথিৰীৰ মাছবোৰ, চৰাইবোৰ, গছ-গছনিবোৰ, জীৱ-জন্তুবোৰ আমাৰ চিনাকি। কোনটো জীৱ মৰমীয়াল, কোনটো হিংস্ৰ, কোনটো জীৱে মানুহ মাৰে, প্ৰাণী হত্যা কৰে, সিহঁতৰ বিৰুদ্ধে ৰক্ষা কবচ কি হোৱা উচিত, এই সকলো জ্ঞান আমি লাভ কৰিছো হক। সাপে কামুৰিলে কি কৰিব লাগে, বাঘে খেদিলে কেনেকৈ আত্মাৰক্ষা কৰিব লাগে, হাতীৰ খং উঠিলে কেনেদৰে ব্যৱহাৰ কৰিব লাগে, এই কথা বিলাকৰ জ্ঞান আৰু অভিজ্ঞতা আমি আহৰণ কৰিছো হক।

আমি ভাবো পৃথিৰীতকৈ আমাৰ আপোন কোনো নাই, পৃথিৰীখন আমাৰ চিনাকি। এই পৃথিৰীৰ পৰাই বালি, শিল সংগ্ৰহ কৰি চিমেণ্ট মিহলাই তলাতল জাতীয় বৃহৎ অট্টালিকা বিলাক সজা হৈছে, ইয়াৰ সহায়তেই ৰেল লাইন সজা হৈছে, উৰা জাহাজ আৰু তাৰ নমা ঠাই বনোৱা হৈছে, পানীত চলা জাহাজ ঘাট তৈয়াৰ কৰা হৈছে, সাগৰৰ পৰা পেট্ৰ'ল, ডিজেল উদ্‌ঘাটন কৰা হৈছে।

পৃথিৰীৰ কপাহ, এৰি, মুগা, পাট আৰু মৰাপাটৰ পৰা বিভিন্ন শ্ৰেণীৰ উন্নত কাপোৰ তৈয়াৰ কৰা হৈছে। গছ-লতাৰ পৰা মূল্যবান ঔষধ তৈয়াৰ কৰা হৈছে, গাখীৰ, কণী, আদি পৃথিৰীৰ পৰা লাভ কৰা হৈছে।

আমাৰ খোৱা-লোৱাৰ সকলো বস্তু পৃথিৱীৰ পৰা পোৱা হৈছে। উৰা, পিন্ধাৰ সকলো শ্ৰেণীৰ কাপোৰ পৃথিৱীয়ে দিয়া সামগ্ৰীয়ে সৃষ্টি কৰা, ইঞ্জিন, মেছিন, যান-বাহন সকলোবোৰ পৃথিৱীৰ সামগ্ৰীৰ দ্বাৰা উদ্ভূত।

পৃথিৱীখনতকৈ বেছি চিনাকি আপোন অন্য কোনো নাই, ই আমাৰ অত্যন্ত আপোন; পিতৃ, মাতৃ, বন্ধু, বান্ধৱী, ৰক্ষাকৰ্ত্তা আৰু শ্ৰেষ্ঠ বুলি আমি ধাৰণা কৰিব পাৰো।

আমি প্ৰতি মুহূৰ্ত্ততে ভাবো পৃথিৱী আমাৰ অতিকৈ চিনাকি, অতিকৈ পৰিচিত। জন্মৰ দিনৰে পৰা পৃথিৱীখন দেখিছোহক, বতাহ, ধুমুহা, ৰ'দ, বৰষুণ, ভুঁইকপ, বানপানী দেখি আহিছো, আৰু দেখি আহিছো পৃথিৱীৰ সামগ্ৰীৰে সৃষ্টি কৰা বিভিন্ন গছ-লতা, তৰু-তৃণ আৰু প্ৰাণী সকলক।

মনত প্ৰশ্ন উদয় হয়, যে এই অতি চিনাকি আৰু আপোন পৃথিৱীখনৰ জন্ম কাহিনী আমি নেজানো, ই কিয় সৃষ্টি হ'ল, কিহেৰে কিহেৰে সৃষ্টি হ'ল, কোন তাৰ সৃষ্টি কৰ্ত্তা, এই সম্বন্ধে আমাৰ জ্ঞান বা অভিজ্ঞতা নাই। পৃথিৱীৰ জন্ম হোৱা মানুহে দেখা নাই, পৃথিৱীৰ জন্মৰ সময়ত মানুহ তেতিয়া জন্মাই নাছিল, মানুহৰ সৃষ্টি তেতিয়া হোৱা নাছিল।

পৃথিৱীখন কিমান বছৰ আগেয়ে সৃষ্টি হ'ল তাৰ কোনো জ্ঞান মানুহৰ আছেনে? মানুহৰ এই সম্বন্ধে কোনো প্ৰত্যক্ষ জ্ঞান নাই। বৈজ্ঞানিক সকলে অনুমানৰ ওপৰত ভিত্তি কৰি কোৱাৰ বাহিৰে এই প্ৰশ্নৰ উত্তৰত দৰাচলতে মানুহৰ প্ৰত্যক্ষ জ্ঞান নাই।

পৃথিৱী সেউজীয়া মনোমোহা। ইয়াৰ মনোমোহা সৃষ্টিকাৰী সৌন্দৰ্য্য প্ৰদান কৰিছে পৃথিৱীৰে গছ-লতা, পাত-ফুলবোৰে। এই গছ-লতা, পাত-ফুলবোৰ কিয় সৃষ্টি কৰা হ'ল, কেনেকৈ সৃষ্টি হ'ল, কিয় পৃথিৱীখনক সৌন্দৰ্য্যশালী কৰা হ'ল এই সম্বন্ধে মানুহে উত্তৰ দিব নোৱাৰে! মানুহে এই সম্বন্ধে অভিজ্ঞতা বা জ্ঞন আহৰণ কৰিব পাৰিছে? মানুহৰ এই সম্বন্ধে কোনো জ্ঞান নাই, কোনো অভিজ্ঞতা নাই। তেন্তে পৃথিৱীৰ বিষয়ে মানুহে কি জানে?

✪ পৃথিৱীৰ গছ-লতা, ফুল-ফলবোৰ মানুহৰ জীৱনৰ এৰাব নোৱাৰা সামগ্ৰী। এইবোৰ নহ'লে মানুহ জীয়াই থাকিব নোৱাৰে। গছে ত্যাগ কৰা নিৰ্মল বতাহ নেপালে মানুহে "এঙাৰ গেছৰ" আক্ৰমণত ধ্বংস হৈ যাব পাৰে। তথাপিও মানুহে গছৰ বিষয়ে নেজানে। গছৰ কাঠবোৰ নহ'লে ঘৰ সজা, অন্যান্য

সামগ্ৰীবোৰ তৈয়াৰ কৰা, সম্বাৱনা নেথাকিল হেতেন। ঠাণ্ডাৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ মানুহে জুইৰ তাপ লব নোৱাৰিলেহেতেন, আৰু বন্ধা বঢ়া কাম কৰিব নোৱাৰিলেহেতেন।

✪ মানৱ সভ্যতাৰ অগ্ৰগতি আৰু বিকাশত কাঠ, বাঁহ, গছ, লতাৰ যি অৱদান সেই অৱদানৰ কথা মানুহে পাহৰিব নোৱাৰে। কিন্তু সেই কাঠ, গছ, লতা, বাঁহ আদি সম্বন্ধে মানুহে নেজানে কিয়?

✪ আমি দেখাত গছ, বাঁহ, লতা আদি এই সকলোবোৰ পৃথিৱীত জন্মিছে। পৃথিৱীয়ে জন্ম দিনৰে পৰা খাদ্য যোগান ধৰিছিল বতাহ ৰ'দৰ পৰা ৰক্ষা নকৰিলে পৃথিৱীত জন্ম ধৰিব নোৱাৰে। অথচ এই বিলাকৰ পৃথিৱীৰ লগত সম্পৰ্ক কি, পৃথিৱীয়ে কিয় জন্ম দিছে, - এই বিষয়ে আমি নেজানো।

✪ ফুল পৃথিৱীখন এখন ধুনীয়া উদ্যানৰ দৰে হৈ উঠে, কিয় ফুল ফুলে এই কথা আমি নেজানো। আমি এই ফুলৰ সৌন্দৰ্য্য বৰ্ণনা কৰি আমি সাহিত্য সৃষ্টি কৰো, কবিতা কাব্য ৰচনা কৰো। ফুল গছৰ দ্বাৰা ফুল ফুলায়- সঁচা, কিন্তু ফলৰ গছে ফল ধৰাৰ আগেয়ে ফুল ধৰে কিয়,- এই সম্বন্ধে আমাৰ জ্ঞান নাই? ফুল আৰু ফলৰ সৃষ্টি সম্বন্ধে মানুহৰ চৰম অজ্ঞতা বিদ্যমান।

✪ গছ, বাঁহ, ফুলৰ গছ, লতা আদিক পৃথিৱীয়ে জীয়াই ৰাখে কিয়। পৃথিৱীৰ উদ্দেশ্য কি, এই সম্পৰ্কত লতা কি আমি জানোনে? উত্তৰত কব লাগিব এই সম্পৰ্কত আমি একো নেজানো।

✪ পৃথিৱীয়ে খাদ্য নিদিয়া হেতেন, পানী, ৰ'দ, তাপ আদি নিদিয়া হেতেন, এইবোৰ জীয়াই থাকিব নোৱাৰিলেহেতেন। পৃথিৱীয়ে কিয় জীয়াই ৰাখিছে, পৃথিৱীৰ উদ্দেশ্য সম্বন্ধে আমি নেজানো।

✪ সাগৰৰ পানীৰ তলত বতাহ নোহোৱাকৈ গছবোৰ কেনেকৈ জীয়াই থাকে, কেনেকৈ সিহঁত বাঢ়িছে, কেনেকৈ সিহঁতে খাদ্যৰ যোগান পাইছে - ই এটা ভাবিব নোৱাৰা সাথঁৰ।

✪ ভিন্ন ভিন্ন ৰঙৰ, আৰু ভিন্ন ভিন্ন সৌন্দৰ্য্যৰ মাছবোৰ সাগৰত ফুৰি আছে, ডাঙৰ মাছে সৰু সৰু মাছক খেদি খেদি ভক্ষণ কৰিছে, ডাঙৰ মাছক আকৌ তাতকৈ ডাঙৰ মাছে বধ কৰিছে, এইবোৰ পৃথিৱীয়ে কিয় সৃষ্টি কৰিছে বা কিয় পৃথিৱীয়ে আশ্ৰয় দিছে? আমি এই বিষয়ে কিবা জানোনে? আমাৰ এই সম্বন্ধে জ্ঞান নাই।

✪ সাগৰৰ তলত পাহাৰবোৰ কিয় আছে, পাহাৰবোৰ কোনে সৃষ্টি কৰিছে? কিয় সৃষ্টি হৈছে, সিহঁতৰ কাম ও কৰ্ম কি, এই সম্বন্ধে মানুহৰ জ্ঞান আছেনে? মানুহৰ জ্ঞান নাই।

✪ প্ৰকাণ্ড প্ৰকাণ্ড, বৃহৎ বৃহৎ আকৃতিৰ পাহাৰ পৰ্বতবোৰ পৃথিৱীত কিয় সৃষ্টি হৈছে, কাৰণ কি, লক্ষ্য কি আমি বুজিব নোৱাৰে।

✪ পাহাৰৰ ওপৰত বগা বগা বৰফৰ প্ৰকাণ্ড প্ৰকাণ্ড দ'ম বাৰু কিয় সৃষ্টি কৰা হৈছে, তাৰ উদ্দেশ্য কি আমি বুজোনে? হয়তো সেইবোৰৰ পৰা পানী ওলায়, নদী, নিজৰা, ঝৰ্নাৰ সৃষ্টি হয়, হয়তো মানুহৰ উপকাৰত আহে, প্ৰাণীসকলৰ উপকাৰত আহে নাইবা সেই পানীৰ দ্বাৰা প্ৰকাণ্ড প্ৰকাণ্ড বানপানী আৰু গৰাখহনীয়াৰ সৃষ্টি হয়, হয়তো হেজাৰ হেজাৰ মানুহ গৃহহীন, আশ্ৰয়হীন অৱলম্বনহীন হৈ পৰে, হয়তো প্ৰকাণ্ড প্ৰকাণ্ড পথাৰবোৰৰ সেউজীয়া শস্যবোৰ ধ্বংস কৰে, মানুহৰ ঘৰ দুৱাৰ ভাঙি পেলায়।

✪ পাহাৰৰ বৰফে সৃষ্টি কৰা নদীবোৰ ভৈয়ামৰ নিকটস্থ শিল বিলাকৰ মিত্ৰ আৰু সিহঁতৰ আদেশৰ মতেও চলে; নদীত নাও, ভেল আদি চলাই মানুহে আদান প্ৰদান কৰে, নদীৰ মনোৰম বতাহ আৰু অম্লবায়ুৱে ব্যক্তি মানুহৰ জীৱনৰ উন্নতি সাধন কৰে, নদীৰ ওচৰে পাজৰে ফুলা ফুলবোৰে মানুহৰ সৌন্দৰ্য্য সাধনা বঢ়াই তোলে, নদীৰ মাছ, পুঠি, কাছ আদি মানুহৰ প্ৰয়োজনীয় খাদ্য ৰূপে বিবেচিত হয়। মানুহৰ উপকাৰ সাধন কৰা এই নদীটোৱে ধ্বংসকাৰী হিচপে যেতিয়া প্ৰৱল বানপানী আৰু খহনীয়াৰ সৃষ্টি কৰে তেতিয়া নদীটোৰ প্ৰাণীকুলৰ কাৰণে ভয় আৰু ত্ৰাসৰ সঞ্চাৰ হৈ পৰে। নদীয়ে এই দুমুখীয়া নীতি সৃষ্টি কৰিছিল, পৃথিৱীয়ে অনুমতি দিছিল নেকি?

✪ নদীৰ বুকুৰ বালি শ্ৰেণীৰ মাটিবোৰ বেলেগ বেলেগ। কোনো কোনো নদীৰ বালি ৰঙা, ৰঙচুৱা, ক'লা, বগা আৰু যে কত ৰঙৰ; কোনো বালি মিহি, কোনো বালি মোটা, কোনোটো মজলীয়া। বালিবোৰ বিভিন্ন সামগ্ৰীৰ ভগ্ন অংশবোৰেৰে ভৰ্ত্তি। কোনো কোনো বালিত "বালিচন্দা", কোনো কোনোত কাঠৰ টুকুৰা, কোনো কোনোত শিলৰ টুকুৰা, কোনো কোনোত সোণৰ দৰে মূল্যবান ধাতুৰ টুকুৰা, এইবোৰ বাৰু নদীৰ বুকুলৈ পৃথিৱীয়ে কিয় কঢ়িয়ায়?

✪ বালি মাটিৰ উপৰিও নদীৰ বুকুত পলস, এঠালেটিয়া, বগা, ক'লা ৰঙৰ মাটি দেখিবলৈ পোৱা যায়। বিভিন্ন নদীৰ বালি আৰু মাটিবোৰৰ হেনো পাৰ্থক্য

আছে? একেখন পৃথিৱীৰ নদীৰ বুকুৰ মাটিবোৰ এনে পাৰ্থক্য কিয়, কি তাৰ কাৰণ? নদী, হ্ৰদ আৰু সাগৰৰ বাহিৰৰ পৃথিৱীৰ মাটিবিলাকৰো মিল নাই, মাত্ৰ এবিধ মাটি নহয়, কেবাবিধৰো মাটি আছে। মাটিবোৰ খান্দি চালে তৰপে তৰপে বেলেগ বেলেগ ৰং আৰু বেলেগ বেলেগ প্ৰকাৰৰ গঠনৰ মাটি। এই মাটিবোৰৰ বিভিন্ন প্ৰকাৰৰ গঠন কিয় হয়? একেখন পৃথিৱীৰ মাটিৰ মাজত এনে বিভিন্নতা কিয় সৃষ্টি হয়, কাৰণ কি?

✪ তেনেদৰে পাহাৰৰ শিল বিলাকৰো পাৰ্থক্য আৰু শ্ৰেণীগত বিভাজন বিদ্যমান। পাহাৰৰ শিল একে ধৰণৰ নহয়, কিছুমান শিল মাটিৰ ওপৰত ওপঙি থকাৰ দৰে শাৰী পাতি থকা, কোনো শিল মাটিৰ তলত পোট গৈ থাকে, কোনো কোনো শিল টুপুৰা, কোনো কোনো শিল প্ৰকাণ্ড প্ৰকাণ্ড ডাঙৰ, শিল বিলাকৰ টান, ঢিলা, বেছি টান, বেছি ঢিলা, সহজে ভাঙিব পৰা, আৰু সহজে ভাঙিব নোৱাৰা শিলবিলাক দেখা যায়।

✪ পাহৰৰ শিলবোৰৰ এনে প্ৰকৃতি কিয় কৰা হৈছে? তাৰ কাৰণ বা কি? পাহাৰৰ শিলৰ ওপৰত গজা গছ, আৰু শিলৰ বাহিৰত ভৈয়ামত গজা গছবোৰৰ পাৰ্থক্য দেখা যায়। এই গছ বিলাকৰ চেহেৰা বেলেগ, আৰু ক্ষমতাও ভিন্ন ধৰণৰ। ভৈয়ামৰ গছবোৰ পাহাৰৰ শিলৰ ওপৰৰ গছবোৰতকৈ ডাঙৰ হয়। চেহেৰাত লহপহীয়া হ'ব? পৃথিৱীয়ে খাদ্য, বতাহ, সূৰ্য্যৰ তাপ আৰু পোহৰ দানত কোনো পাৰ্থক্য কৰে নে, যদি কৰে কি কাৰণে? পৃথিৱীয়ে সমানভাবে সকলোকে সাৰ পানী যোগান নধৰে জানো!

✪ সোণ, ৰূপ, হীৰা, মণি, মুকুতা পৃথিৱীৰ বুকুত যথেষ্ট পৰিমানে জমা হৈ থকা বুলি কোৱা হয়। এই দ্ৰব্যবোৰৰ মূল্য পৃথিৱীয়ে বান্ধি দিয়া নাই। মানুহে ব্যাৱসায়িক স্বাৰ্থৰ কাৰণে এই বিলাকৰ উচ্চ মূল্য নিৰ্দ্ধাৰণ কৰি প্ৰচুৰ মুনাফা অৰ্জন কৰিছে। গ্ৰাহকবোৰে উচ্চ দাম নিদিলে এই সামগ্ৰী বিলাক কিনিব নেপায়। গৰীৱ মানুহৰ বাবে এই সামগ্ৰীবোৰ কিনা অসম্ভৱ।

✪ মানুহৰ বাহিৰে অন্য কোনো জীৱ জন্তুয়ে এই সামগ্ৰীবোৰ ব্যৱহাৰ নকৰে। তেনেহ'লে এই সামগ্ৰীবিলাক অকল মানুহেই ব্যৱহাৰ কৰে নেকি? পৃথিৱীয়ে এই সামগ্ৰী বিলাক কিয় সৃষ্টি কৰিছে তাৰ কাৰণ কি, ন্যায়সংগত কাৰণ থাকিব পাৰে নেকি? পৃথিৱীৰ প্ৰয়োজনৰ আৰু আৱশ্যকতাৰ কথা আমি বুজি নেপাও।

বুলি গ্ৰাহ্য কৰা বস্তু বিলাক কিন্তু কোনো পশু, জন্তু বা চৰায়ে এই মূল্যবান বুলি গ্ৰাহ্য কৰা বস্তু বিলাক কিন্তু ব্যৱহাৰ কৰা দেখা নাই। তেনেহ'লে এইবিলাক বস্তু অকল মানুহৰ বাবেই বুলি কিবা নিশ্চিত প্ৰমাণ আছেনে?

✪ পৃথিৱীত জন্ম লাভ কৰা হেজাৰ বিজাৰ প্ৰাণীৰ মাজত ঐক্য আৰু অনৈক্য বিদ্যমান। মানুহৰ দুখন হাত, দুখন ভৰি, দুটা চকু থকা মানুহ পৃথিৱীত প্ৰায় ৬০০ কৌটি মান থকা বুলি কোৱা হয়। মানুহৰ সাধাৰণ গঢ় বা চেহেৰা একে ধৰণৰ এজন মানুহ দেখিলে আমি মানুহ বুলি কব পাৰো। কিন্তু এই ৬০০ কৌটি মানুহৰ ভিতৰত প্ৰতিজন মানুহৰ মাজত বিশেষ বিশেষ পাৰ্থক্য থকা দেখা যায়। একে প্ৰকৃতিৰ, একেবাৰে একে ধৰণৰ দুটা মানুহ নাই, প্ৰতিজন মানুহেই স্বতন্ত্ৰ।

✪ পৃথিৱীৰ ভিন ভিন শ্ৰেণীৰ আবু জাতৰ প্ৰাণীৰ নিজা নিজা জাতৰ দেখিলেই তেনেধৰণৰ মিল অমিলৰ সূত্ৰ ব্যৱহৃত হয়। পৃথিৱীৰ কোনো প্ৰাণী একে ধৰণৰ হৈ জন্ম লাভ নকৰে, এই বিশেষ বিশেষ তাৎপৰ্য্য আৰু বৈষম্য কিয় সৃষ্টি কৰা হয়, আমি নেজানো।

✪ প্ৰতি জাত বা শ্ৰেণীৰ জন্তুৰ নীতি, নিয়ম, আচাৰ ব্যৱহাৰ মিত্ৰ ভাবাপন্নতা একে নহয়। প্ৰত্যেক জাতি ব্য শ্ৰেণীৰেই নিজা নিজা শক্তি দৃষ্টিভংগী আচাৰ নীতি বিদ্যমান।

কোনটো জাতৰ প্ৰাণী আক্ৰমনাত্মক, কোনটো জাতৰ প্ৰাণী অনাআক্ৰমনাত্মক।

✪ পৃথিৱীৰ প্ৰতিটো জীৱই অন্য শ্ৰেণীৰ জীৱক ভক্ষণ কৰাৰ উদাহৰণো আছে। পৃথিৱীৰ সকলো প্ৰাণীকে মানুহে ভক্ষণ কৰে বুলি কোৱা হয়, আৰু মানুহে কোনো কোনো হিংস্ৰ জন্তুকো বধ কৰি ভক্ষণ কৰাৰ কথা আমি জানো। পৃথিৱীৰ জীৱ শ্ৰেণীৰ মাজত খাদ্য হিচাপে ব্যৱহাৰ কৰাৰ প্ৰতিযোগিতা বিদ্যমান। প্ৰাণী সবৰ স্বতন্তৰীয়া নিধন প্ৰাণী কিয় সৃষ্টি কৰা হ'ল, কি কাৰণে জন্ম দিয়া হ'ল আমি বুজি নেপাও।

✪ মানুহে শ্ৰেষ্ঠ বুলি দাবী কৰিলেও সেই শ্ৰেষ্ঠত্ব আপেক্ষিক; কাল· আৰু স্থানৰ ক্ষেত্ৰত সি সীমাবদ্ধ। সি অসীম বা সীমাহীন নহয়। এটা নিৰস্ত্ৰ হাতীৰ ওচৰত অকলশৰীয়া নিৰস্ত্ৰ মানুহ জনে নিজকে শ্ৰেষ্ঠ বুলি দাবী নকৰে, বা কৰিব নোৱাৰে। তুলনামূলকভাবে মানুটোৰ শক্তিও ক্ষুদ্ৰ। তেনেদৰে এটা বাঘ, এটা

সিংহ, এটা ভালুক, এটা গাহৰিৰ ওচৰত মানুহৰ শ্ৰেষ্ঠত্ব দাবী কৰিব নোৱাৰে,- এজন মানুহে।

✪ পৃথিৱীক বিভাজন কৰা, সৰু সৰু অঞ্চলত, পৃথিৱীখনক বিভাগ কৰাৰ অধিকাৰ মানুহৰ নাই। এই অধিকাৰ মানুহৰ ভিতৰত এক শ্ৰেণীৰ মানুহে দাবী কৰে; চৰাই ছুকতি, গছ, লতা, পশু, পক্ষী, পোক, পৰুৱা বীজাণু, জীৱাণু কোনেও মানুহৰ এই দাবী নেমানে। বতাহ, বৰষুণ, ধুমুহা, শিলাবৃষ্টি, ভূমিকম্প, সূৰ্য্যৰ পোহৰ কোনেও মানুহৰ দাবী মানি নলয়। পৃথিৱীৰ প্ৰাণী, জন্তু, জীৱত সকলো প্ৰাণিৰে মানুহৰ সৃষ্ট সীমা নেমানে। মুঠতে কবলৈ হ'লে মানুহৰ সীমাৰ দাবী কোনো প্ৰকৃতিৰ শক্তিয়ে নেমানে।

✪ পৃথিৱীৰ শান্ত সৌম্য, প্ৰীতিপূৰ্ণ দৃশ্যাৱলী আমি উপভোগ কৰো। প্ৰাণীকুলৰ হেজাৰ প্ৰকাৰৰ দৌৰাত্ম্য, অসদাচৰণ স্বত্বেও পৃথিৱীয়ে কাৰো ওপৰত কোনো প্ৰকাৰৰ অত্যাচাৰ নকৰে, শাস্তি নিদিয়ে বা দিগদাৰী নকৰে। পৃথিৱীৰ বুকু ফালি সম্পদবোৰ লৈ যোৱা কাৰ্য্যত পৃথিৱীয়ে আপত্তি তোলা নাই।

একে ধৰণৰ ঘটনা পৃথিৱীৰ বিভিন্ন স্থানত ঘটি আছে, যদিও সেই ঘটনা বিলাক একে ঘটনা নহয়। একে গছ, গছনি, লতা, পাত, ফুল, ফল একে যেন দেখি যদিও সিবিলাক মূলতঃ একে নহয়। ৬০০ কৌটি মানুহৰ পৰস্পৰৰ মাজত অমিল আৰু অনৈক্য বিদ্যমান। একে শ্ৰেণীৰ দুটা জন্তুৰ মাজত সামঞ্জস্যহীনতা বিদ্যমান। সৃষ্টিৰ মহান সৌন্দৰ্য্য এই অনৈক্য আৰু অমিলৰ মাজতেই। এনে অনৈক্য আৰু অমিল কিয় হ'ল নেজানো। পৃথিৱীৰ এনে কৰ্ম মানুহৰ বাবে আশ্চৰ্য্যৰ কাৰণ।

✪ পৃথিৱীৰ আহ্নিক গতি আৰু বাৰ্ষিক গতি কিয় হয়, পৃথিৱীৰ নিজৰ গালৈ সকলো বস্তুক কিয় টানি আনে, পৃথিৱীৰ চুম্বকীয় শক্তি ক'ত কিহত আছে, পৃথিৱীত ধুমুহা, শিল বৰষুণ, ঢেৰেকনি, বজ্ৰপাত কিয় হয়, আমি বুজি নেপাও। আমি নেজানো।

✪ ইমানবোৰ মাছ, ইমানবোৰ সাপ, ইমানবোৰ চৰাই, ইমানবোৰ হিংস্ৰ জীৱ, ইমানবোৰ পোক পৰুৱা, ইমানবোৰ বীজাণু, জীৱাণু, ইমানবোৰ গছ-গছনি, লতা সৃষ্টি কৰা হ'ল - সেই সম্বন্ধে আমাৰ তিলমানো জ্ঞান নাই বা অভিজ্ঞতা নাই।

✪ পৃথিৱীৰ বুকু ফালি চিৰাচিৰ কৰা হৈছে, পৃথিৱীৰ পৰা শিল, বালি উলিয়াই অনা হৈছে, পানীৰ পৰা মাছ মাৰি আনি খোৱা হৈছে, ধাতৱ পদাৰ্থ

বিলাক উভালি অনা হৈছে। পৃথিৱীৰ বুকুত মৰা শ বিলাক পোতা হৈছে বা জুইত পুৰি শেষ কৰা হৈছে, দুনীয়াৰ দুৰ্গন্ধ, অসহনীয় সামগ্ৰীবোৰ পৃথিৱীতে পেলোৱা হৈছে, সাপৰ বিষ পৃথিৱীতে লুপ্ত হৈছে, - কেনেকৈ আৰু কিয় আমি নেজানো। বানপানী ধুমুহা আৰু ভুমিকম্পই সৃষ্টি কৰা ধ্বংস কাৰ্য্যত পৃথিৱীৰ কোনো অশান্তি নাই। সকলো নিজৰ শক্তিৰে মেৰামতি কৰে কিয়?

✪ পৃথিৱীৰ ঘটনা আৰু দৃশ্যাৱলী যিমানে ওচৰৰ বুলি নেভাবো লাগে- চিন্তা কৰাৰ লগে লগে সিহঁতৰ দূৰত্ব বাঢ়ি যায়, কাষৰ পৰা আতৰ হয়, অৱশেষত অতিকৈ চিনাকি পৃথিৱীখন একেবাৰে অচিনাকি হৈ যায়। দৰাচলতে চাবলৈ গ'লে পৃথিৱী আমাৰ অচিনাকি, দূৰন্ত অচিনাকি।

✪ পৃথিৱীৰ অভ্যন্তৰত এতিয়ালৈকে মানুহে উদ্ভাৱন কৰা সামগ্ৰী সমূহৰ বিষয়ে আমাৰ জ্ঞান একেবাৰে সীমাবদ্ধ। উদ্ভাৱিত সামগ্ৰী সমূহৰ সাধাৰণ অংশ বা কাৰ্য্যকাৰিতাহে আমাৰ জ্ঞানৰ ভিতৰত থাকে, - বাকী অংশৰ জ্ঞান আমি আজিও সংগ্ৰহ কৰিব পৰা নাই। চিনাকি পৃথিৱীক চিনাকি বুলি দাবী কৰিবৰ আমাৰ কি আছে?

✪ পৃথিৱীৰ গভীৰ অভ্যন্তৰত আৰু কি কি সামগ্ৰী লুকাই আছে, আজিলৈ সেই বিলাকৰ বিষয়ে মানুহে নেজানে। চিনাকি পৃথিৱীখনক জানো বুলি দাবী কৰিবৰ আমাৰ কি আছে?

পৃথিৱীৰ উপৰিভাগত চিনাকি হোৱা চৰাই, ছুকতি, জন্তু, জানোৱাৰ, গছ, লতা, ফুল, ফল, বতাহ, সূৰ্য্যৰ তাপ, পোহৰ এই বিলাক বিষয়ৰ হেজাৰ গুণৰ এটা গুণো আমি জনা নাই। তেনেস্থলত পৃথিৱীখন চিনাকি বুলি কবৰ কি অধিকাৰ আছে আমাৰ।

✪ ভুঁ-কম্প ক'ত হ'ব, কিয় হ'ব, ক্ষতিৰ পৰিমান কিমান হ'ব বা কি হ'ব এই সকলো বিষয়ে মানুহৰ জ্ঞান নাই। তেনেহ'লে পৃথিৱীক চিনাকি বুলি দাবী কৰিবৰ কি আছে।

✪ ধুমুহা, শিল-বৰষুণ, বতাহ-বৰষুণ, ক'ত ক'ত হ'ব কেতিয়ালৈকে হ'ব, কি কি ক্ষতি হ'ব পাৰে- এই সম্বন্ধে মানুহৰ জ্ঞান নাই। বজ্ৰপাত ক'ত হ'ব, পৃথিৱীৰ কি ক্ষতি হ'ব, মেঘ আহি ভীষণতম পানীৰ সৃষ্টি ক'ত আৰু কোন অংশত হ'ব মানুহে নেজানে। পৃথিৱীৰ ঘটনা বিলাক নেজানিলে পৃথিৱীক চিনাকি বুলি দাবী কৰিবৰ কোনো যুক্তি নাই।

✪ সকলো লেতেৰা বস্তু, দুৰ্গন্ধময় বস্তু, বিষাক্ত বস্তু, মানুহৰ ক্ষতিকাৰক বস্তু পৃথিৱীতে লীণ গৈ আছে, পৃথিৱীয়ে নিৰবে এই ভয়ানক বস্তু বিলাক গ্ৰহণ কৰি আছে। তাৰ ফলত পৃথিৱীৰ কিন্তু প্ৰতিক্ৰিয়া হৈছে নে নাই, নে হোৱাৰ আশা আছে- এই লৈ মানুহৰ তিল মানো জ্ঞান নাই। তেনেহ'লে পৃথিৱীখনক চিনাকি বুলি দাবী কৰিবৰ কি হক আছে।

✪ মৰা মানুহৰ চকু, মুখ, মস্তিস্ক মূল্যবান কোষ আদি পৃথিৱীতে লয় হৈছে। এইবোৰ লয় হোৱাৰ ফলত পৃথিৱীত কিবা নতুন সৃষ্টি হৈছেনে নাই, নে ভৱিষ্যতে হ'ব, এই লৈ মানুহৰ কোনো জ্ঞান নাই। তেনেস্থলত পৃথিৱীক চিনাকি বুলি দাবী কৰিবৰ কি আছে।

✪ পৃথিৱীৰ মানুহ হৈ অন্য নেলাগে মানুহৰ বিষয়ে আমি কিবা জানিব পাৰিছো নে? মানুহৰ জটিল চিন্তা শক্তি, জটিল চিন্তাধাৰা, পৰস্পৰ বিৰোধী কাৰ্য্যধাৰা, এটা কথা মুখেৰে কৈ কামত অন্যটো কৰা, মিথ্যা আৰু ভণ্ডামিৰে নিজক প্ৰভাৱিত কৰা, জঘন্য ঘটনা সমূহৰ সৃষ্টি কৰা, এই বিষয়ে নিজৰ বাহিৰে অপৰ মানুহে একেবাৰে নেজানে। আত্ম প্ৰৱঞ্চনা, আত্ম প্ৰলোভন, আত্মম্ভৰিতা, 'লোভ, মোহ, মাদকতা, মাৎসৰ্য্য, প্ৰৱঞ্চনা এই বিলাক স্বভাৱৰ বিষয়ে আপুনি আগধৰি জানেনে? যদি নেজানে পৃথিৱীখনক কেনেকৈ জানিব, পৃথিৱীক চিনাকি বুলি কেনেকৈ দাবী কৰিব।

✪ পোহনীয়া চৰাইজনী, কুকুৰটো, মুৰ্গীটো, হাঁহকেইটা, গাই গৰুজনী সিহঁতেও গৰাকীক মান্য কৰিব নোখোজে, পৰামৰ্শ অগ্ৰাহ্য কৰে। ঘৰচীয়া জন্তু বিলাকক পৰিচালনা কৰিবলৈকো মানুহক নিত্য নতুন জ্ঞানৰ প্ৰয়োজন। এনে প্ৰয়োজন বোৰৰ সময়ত পৃথিৱীখনক চিনাকি বুলি দাবী কৰিব নোৱাৰে।

✪ আমি পৃথিৱীক চিনাকি বুলি ভাবো, তেনেদৰে বিশ্বাস কৰো, পৃথিৱীত আমাৰ জন্ম পৃথিৱীৰ বতাহ, পানী ভক্ষণ কৰি আমি জীয়াই আছো, পৃথিৱীৰ গছ-গছনি, পাহাৰ-পৰ্বত, লতা-পাত, ফুলৰ মনোমোহা দৃশ্য চাই চাই মনভোলা কল্পনা কৰো, সাহিত্য, ৰচনা কৰো, কবিতা লিখো, গদ্য ৰচনা কৰো, গান গাও, আনন্দ কৰো - কিন্তু সেই পৃথিৱীখন আমাৰ একেবাৰে অচিনাকি। অতিকৈ চিনাকি আতাইতকৈ চিনাকি এই পৃথিৱীখন আমাৰ একেবাৰে অচিনাকি। পৃথিৱীৰ বিষয়ে আমি যি জানো সি অতি সামান্য, অতি ক্ষুদ্ৰ। দৰাচলতে পৃথিৱীৰ সেই বিলাক বিষয়ৰ সমৰ্থত মানুহৰ জ্ঞান নাই। তথাপি মানুহে নিজৰ আৰু পৃথিৱীখন একেবাৰে চিনাকি বুলি দাবী কৰে।

✪ পৃথিৱীখনত সৃষ্টি হোৱা মহাদেশ, দেশ, জিলা, অঞ্চল, থানা, গাওঁ, চহৰ, দাগ, পট্টা, মেপ আদিৰ সীমা পৃথিৱীয়ে কৰা নাই। এই কথা ওপৰত কোৱা হৈছে। এইবোৰ মানুহে সৃষ্টি কৰা, - ই বিলাকৰ স্থায়ীত্বও খন্তেকীয়া, ই বিলাকে নৰখে। মানুহৰ এটা শ্ৰেণীৰ বাহিৰে পৃথিৱীৰ কোনো প্ৰাণীয়ে, গছ-গছনি, লতা, পাত পোক-পৰুৱা জীৱ জন্তুৱে এই সীমা বিলাক নেমানে। ন্যায়সংগতভাৱে চাবলৈ গ'লে এই সীমাবোৰ জোৰকৈ কেৱল মানুহে সৃষ্টি কৰিছে, আৰু এদিন লোপ পাব। মানুহৰ শ্ৰেষ্ঠত্বৰ দাবী মানুহৰ সভ্যতা, সংস্কৃতি আৰু প্ৰগতিৰ শ্লোগান শূন্যত বিলীন হৈ যাব পাৰে।

দৰাচলতে পৃথিৱীখন বা পৃথিৱীৰ সৃষ্ট কোনো সামগ্ৰীৰ প্ৰকৃত জ্ঞান মানুহৰ নাই। পৃথিৱীৰ সৃষ্টি মানুহৰ অচিনাকি, মানুহৰ নিজৰ সৃষ্টিও মানুহৰ অচিনাকি। আচল অৰ্থত মানুহে পৃথিৱীখনক চিনি নেপায়, আৰু অদূৰ ভৱিষ্যতত চিনি পোৱাৰ কোনো আশা নাই। পৃথিৱীখনক যিমানে চিনাকি বুলি ভবা হয়, সিমানেই অচিনাকীত্বৰ ধাৰণা বাঢ়ে। চিনাকি পৃথিৱীখনক আচলতে অচিনাকি বুলি চিঞৰি চিঞৰি কবৰ মন যায়।

—ঃ সমাপ্ত ঃ—

# চিনাকি পৃথিৱী আচলতে অচিনাকি

তৰুণসেন ডেকা

*লেখকৰ অন্যান্য কিতাপ সমূহ ঃ*

- ভাৰতৰ স্বাধীনতা আন্দোলন (১৮৫৭-১৯৪৭)
- বিদেশত সংগ্ৰামী প্ৰস্তুতি
- সমাজতন্ত্ৰবাদ আৰু দ্বান্দ্বিক পৰিৱৰ্ত্তন
- মুক্তি সংগ্ৰামৰ আধাৰত জীৱন কথা
- কুশল কোঁৱৰৰ সহকৰ্মী (ধৰ্মকান্ত ডেকা)
- ভাৰতৰ অসমাপ্ত জনজাতি সমস্যা আৰু বড়ো জাগৰণ
- ধৰ্মশাস্ত্ৰত সমাজবাদী চিন্তা
- সৃষ্টিত বস্তুবাদ
- বুঢ়া কাললৈ দৃষ্টিপাত